# বিভিন্ন লেখক বিভিন্ন জীৱন

নিৰুপমা বৰগোহাঞি





জাৰ্ণাল এম্পৰিয়াম

নলবাৰী-৭৮১৩৩৫

'BIVINNA LEKHAKAR BIVINNA JIBAN' : A collection of life-stories of some world famous men and women wtitten by Mrs. Nirupama Borgohain and published by Sri Surendra Chandra Baishya, Journal Emporium, Nalbari-781335. Firsr Édition November, 1995, Price Rupees thirty five only.

প্ৰকাশক :
সুৰেন্দ্ৰ চন্দ্ৰ বৈশ্য
জাৰ্ণাল এম্প'ৰিয়াম
নলবাৰী-৭৮১৩৩৫

প্ৰথম প্ৰকাশ : নৱেম্বৰ, ১৯৯৫ চন

প্ৰচ্ছদপট :
ভূপেন্দ্ৰ নাৰায়ণ ভট্টাচাৰ্য

মূল্য ৩৫.০০ টকা।

ছপাওঁতা :
নিউ বৈশাখী প্ৰেছ
৩৮, শিৱনাৰায়ণ দাস লেন
কলিকতা-৭০০ ০০৬

মোৰ দুই পুত্ৰ আৰু দুই বোৱাৰী অনিন্দ্য, প্ৰদীপ্ত,
শোভিনী আৰু ৰূপাৰ হাতত।

# আগকথা

'বিভিন্ন লেখক বিভিন্ন জীৱন' খনৰ কেতবোৰ কাহিনী প্ৰস্তুত কৰোঁতে মই লুই উইণ্টাৰমেয়াৰৰ 'Makers of the Modern World' নামৰ গ্ৰন্থখনৰ পৰা সাহায্য লৈছোঁ। পিছে সেই বৃহৎ গ্ৰন্থখনৰ অজস্ৰ জীৱনীৰ পৰা মই মাত্ৰ কেইটামানহে বাছি লৈছোঁ, কাৰণ আটাইবোৰকে বাছিবলৈ গ'লে কিতাপখনে যি বিপুল আকাৰ পৰিগ্ৰহ কৰিলেহেঁতেন, নিঃসন্দেহে তাক প্ৰকাশ কৰিবলৈ অসমৰ কোনো প্ৰকাশক আগবাঢ়ি নাহিলহেঁতেন। নহ'লে সেই অপূৰ্ব গ্ৰন্থখনৰ প্ৰত্যেকটো সুলিখিত জীৱনীকে মোৰ এই 'বিভিন্ন লেখক বিভিন্ন জীৱন'ত অন্তৰ্ভূক্ত কৰিলোঁহেঁতেন। তথাপিও পাঠকক সেই মহৎ গ্ৰন্থখনৰ কিছু যে বসাচ্ছাদন কৰাব পাৰিম তাতেই মোৰ আধা ডুখৰীয়া সন্তুষ্টি ( যিসকলে Makers of the Modern World খন পঢ়া নাই, মই অৱশ্যে সেই সকল পাঠকৰ কথাহে কৈছোঁ। )

শেষত মোৰ প্ৰিয় পাঠকসকলৰ ওচৰত এই মিনতি: মই গল্প-উপন্যাস লেখা মানুহ, গতিকে জীৱনী লেখাত মোৰ যি অপটুতা প্ৰকাশ পাইছে, তাক যেন তেখেত-সকলে ক্ষমাসুন্দৰ চকুৰে চায়। কিতাপখনৰ প্ৰকাশক শ্ৰীসুৰেন্দ্ৰ চন্দ্ৰ বৈশ্যইতো সেইখিনি প্ৰশ্ৰয়ৰ চকুৰে চাইছেই, নহ'লে কিতাপ বিক্ৰীৰ ক্ষেত্ৰত অসমৰ পুতৌ লগা বজাৰখনৰ বাবে তেখেতেনো কিয় এনে 'নীৰস' কিতাপ এখন প্ৰকাশ কৰিবলৈ গাত ল'লেহেঁতেন।

নিৰুপমা বৰগোহাঞি

# সুচীপত্ৰ

## জীৱন



## আলেখ্য

# কাউণ্ট লিও টলষ্টয়

বিশ্বৰ পাঠক সমাজত টলষ্টয়ৰ দৰে সুবিদিত নাম শ্বেকছপীয়েৰক বাদ দি বোধহয় খুব কমেই আছে। তেওঁৰ চৰিত্ৰৰ লেখীয়া সাহিত্যিকো কমেই আছে যি একাধাৰে সাধু আৰু লম্পট। এনে বিপৰীতমুখী স্বভাৱৰ মানুহৰ জীৱন স্বাভাৱিকতেই বৰ্ণাঢ্য হ'বলৈ বাধ্য। টলষ্টয়ৰ এই ঋষিতুল্য ৰূপ আৰু লগতে দুশ্চৰিত্ৰ আৰু উচ্ছৃংখল স্বভাৱৰ হোৱা বাবে এজন সমালোচকে তেওঁৰ বিষয়ে এইদৰে লেখিছিল —'তেওঁ যি আছিল— আৰু তেওঁ প্ৰায় সকলোবোৰেই আছিল—তাৰ ঠিক বিপৰীতো আছিল' ('whatever he was—and he was almost everything—he was also its opposite')। টলষ্টয়ে মাত্ৰ পঁচিশ বছৰ বয়সত লেখা এইকেইটা কথাকো তেওঁৰ চৰিত্ৰত প্ৰয়োগ কৰিব পাৰি :

'যি মানুহৰ উদ্দেশ্য মাথোঁ আপোন সুখ, সেই মানুহ বেয়া, যি মানুহে আনৰ মতামতকে নিভৰ কৰি থাকে সেই মানুহ দুৰ্বল, যি মানুহৰ উদ্দেশ্য আনৰ সুখ, সেই মানুহ সাধু, যি মানুহৰ উদ্দেশ্য ভগবান, সেই মানুহ মহৎ।' টলষ্টয়ে জুৱা, ভ্ৰষ্টাচাৰ আদি বিবিধ অপকৰ্মত লিপ্ত হৈ এজন বেয়া মানুহৰ চানেকি ডাঙি ধৰিছিল, তেওঁৰ যশস্যাৰ প্ৰতি লালসাই তেওঁৰ দুৰ্বলতা সূচিত কৰিছিল, অথচ মানুহৰ প্ৰতি তেওঁৰ যি অগাধ ভালপোৱা আৰু সহানুভূতি আছিল সি তেওঁৰ সাধুতা, উদাৰতাৰ পৰিচয় বহন কৰিছিল। ইফালে তেওঁৰ ভগবৎ প্ৰেম—যি তেওঁৰ বিভিন্ন কৰ্ম আৰু লেখাৰ মাজত প্ৰকট হৈ আছে সি তেওঁক মহৎ কৰিছিল।

কাউণ্ট লিও টলষ্টয়ৰ ১৮২৮ চনৰ ২৮ আগষ্ট মাহত পৰিয়ালৰ বিশাল প্ৰাসাদোপম ঘৰ 'ইয়াছনায়া পলিয়ানা'ত ( অৰ্থ —নিৰ্মল উপত্যকা ) জন্ম হৈছিল। অৱশ্যে তেওঁৰ পিতৃ নেপোলিয়নক পৰাজিত কৰা সৈন্যদলত যোগ দি আৰু তাৰপিছত বন্দী হৈ পেৰিছত থাকিব লগীয়া হোৱা বাবে জমিদাৰী দেউলীয়া হৈছিল। ফলত তেতিয়াৰ অন্যান্য বহুতো বাছিয়ান সম্ভ্ৰান্ত ব্যক্তিৰ পথকে অনুসৰণ কৰি তেওঁ যুদ্ধৰ পৰা উভতি অহাৰ পিছত তেওঁতকৈ বয়সত পাঁচ বছৰে ডাঙৰ, কুৰূপা অথচ বিৰাট সম্পত্তিৰ অধিকাৰিণী ৰাজকুমাৰী মেৰিয়া নিকোলায়েভ্না ভলকনস্কিক বিয়া কৰাই আৰ্থিক সংকটৰ পৰা মুক্তিলাভ কৰিছিল। তেওঁলোকৰ পাঁচটা ল'ৰা-ছোৱালীৰ জন্ম হৈছিল আৰু টলষ্টয় আছিল চতুৰ্থ সন্তান।

টলষ্টয়ে পাঁচ বছৰ বয়সত বাপেকক আৰু দুই বছৰ বয়সত মাকক হেৰুৱাইছিল।

কম বয়সতে মাকক হেৰুৱা ল'ৰাটো মাকৰ চেহেৰাৰ হ'লে ঠিকেই উত্তৰাধিকাৰ হৈছিল। অথচ দেউতাক আছিল এজন সুপুৰুষ। টলষ্টয় নিজৰ এই ৰূপহীনতাৰ বিষয়ে ইমানেই সচেতন আছিল যে তেওঁ তাৰ বাবে মানুহৰ সংগ যথাসাধ্য পৰিহাৰ কৰি চলিছিল আৰু অত্যন্ত লাজুক স্বভাৱৰ হৈ পৰিছিল। অথচ আনহাতে সৰুৰে পৰা তেওঁৰ চৰিত্ৰৰ নানা বৈশিষ্ট্য প্ৰকট হৈ উঠিছিল—তেওঁ আছিল অত্যন্ত মেধাৱী, অত্যন্ত জেদী আৰু অহংকাৰী ; তেওঁৰ অন্তৰ্মুখীতাও আছিল অতিশয় গভীৰলৈ প্ৰোথিত।

টলষ্টয়ৰ তেৰ বছৰ বয়সত তেওঁৰ নিকট আত্মীয়া পেলাগেয়াই গোটেই পৰিয়াল-টোকে তেওঁৰ নিজৰ চহৰ কাজানলৈ লৈ গৈছিল। তেওঁ তাত কাজান বিশ্ববিদ্যালয়ত ভৰ্তি হৈছিল আৰু তেওঁৰ প্ৰতিভাই যথাযথ স্বীকৃতিও পাইছিল। পিছে তেতিয়াৰ সমাজত, বিশেষকৈ মহিলা সমাজত মিলামিছা কৰিবলৈ যি ধৰণৰ অৰ্হতা লাগে-লাজুক টলষ্টয়ৰ সেই সকলুবা সামাজিক আচাৰ-ব্যৱহাৰৰ কোনো অৰ্হতা নাছিল, আনহাতে বিপৰীত লিঙ্গৰ প্ৰতি তেওঁৰ আকৰ্ষণ ইমানেই প্ৰবল আছিল যে ফলত তেও বেশ্যালয়লৈও যোৱা আৰম্ভ কৰি দিছিল। তেওঁ উনৈশ বছৰ বয়সত লেখা ডায়েৰিত তেওঁৰ যে বেশ্যাসংসৰ্গৰ ফলত গণোৰিয়া বেমাৰ হৈছিল সেই কথাৰ উল্লেখ আছে।

কাজান বিশ্ববিদ্যালয়ত টলষ্টয়ে পৰীক্ষাত ভাল ফলাফল কৰিব পৰা নাছিল। তদুপৰি নিজৰ গাঁৱলৈ গৈ নিজৰ পিতৃ পিতামহৰ জমিদাৰী ( য'ৰ এটা অংশ তেওঁ পাইছিল সুচাৰুৰূপে পৰিচালনা কৰা কামত লগাৰো ইচ্ছা হৈছিল। ইফালে জীৱন সম্পৰ্কেও তেওঁৰ নানা ভাবনা চিন্তা আৰম্ভ হৈ গৈছিল। তেওঁ কৈছিল--'জীৱনৰ কিবা এক উদ্দেশ্য বিচাৰি পাব নোৱাৰিলে মই মানৱজাতিৰ আটাইতকৈ অসুখী মানুহ হৈ পৰিম।'

ইয়াৰ পিছত য়াছনায়া পলিয়ানালৈ আহি জমিদাৰীৰ কামত লগা টলষ্টয়ৰ জীৱনৰ প্ৰথম চাৰিটা বছৰ দ্বিমুখী জীৱন ধাৰণৰ মাজেৰে কাটি গৈছিল। গাঁৱত থকা সময়ত খেতিবাতি চলোৱা, কৃষকসকলৰ সুখ-সুবিধাৰ বাবে নানা আঁচনি কৰা আদি কামতে দিনবোৰ সৎভাৱে কাটি গৈছিল। কিন্তু মস্কোলৈ গ'লেই তেওঁ সম্ভোগ আৰু ব্যভিচাৰত ডুবি থাকিছিল। ফলত তেওঁৰ বহুত ধাৰো হৈছিল। কিন্তু টলষ্টয়তো সাধাৰণ মানুহ নাছিল, সেয়ে তেওঁ তীব্ৰ মানসিক অশান্তিতো ভুগিছিল, কাৰণ বাৰে বাৰে প্ৰতিজ্ঞা কৰিও তেওঁ নিজকে সৎ পথলৈ পূৰাপূৰি ওভোতাই আনিব পৰা নাছিল। এই সময়ৰ ডায়েৰিবোৰত টলষ্টয়ৰ এই মানসিক দ্বন্দ্বৰ তীব্ৰতা পৰিস্ফুট হৈছে। তেওঁৰ অন্তৰ্মুখী গভীৰ জীৱনবোধৰ পৰিচয়ো এই ডায়েৰিৰ পাততে লাহে লাহে প্ৰকাশ পাই আহিছিল।

তেইশ বছৰ বয়সত টলষ্টয়ে সৈন্যবাহিনীত কিছুদিন কেডেট হৈ ককেছীয় অঞ্চলত আছিলগৈ। তাতো তেওঁৰ সেই উচ্ছৃংখল জীৱন চলি আছিল জুৱা খেলি ধাৰত পোত গৈছিল ( এনেকি সেই ধাৰ পৰিশোধ কৰিবলৈ জমিদাৰীৰ এটা অংশ বিক্ৰি কৰি দিব লগাও হৈছিল ), ককেছীয় ছোৱালীবোৰৰ লগত বন্য প্ৰেমৰ খেল খেলি যৌন ৰোগত আক্ৰান্ত হৈছিল। অৱশ্যে সৈন্যবাহিনীত তেওঁ সাহসিকতাৰ বাবে লোভনীয় ছেট জৰ্জ ক্ৰছৰ বাবেও মনোনীত হৈছিল, কিন্তু পুৰস্কাৰ প্ৰদানৰ দিনা তেওঁ কুম্ভকৰ্ণৰ দৰে নিদ্ৰাত ডুবি থকাৰ বাবে ক্ৰছটোৰ পৰা বঞ্চিততো হ'লেই এনেকি শাস্তি স্বৰূপে তেওঁক গাৰ্ডহাউছলৈ বদলী কৰি পঠাই দিয়াও হৈছিল। টলষ্টয় দেখাত চাপৰ আৰু ক্ষীণ আছিল, কিন্তু শৰীৰত হাতীৰ সমান বল আছিল বুলি ক'লে বোধহয় অত্যুক্তি কৰা নহ'ব। তেওঁ সাধাৰণ মানুহৰ দৰে থাকিছিল বাবে সৈন্যবোৰৰ মাজত বেচ জনপ্ৰিয় আছিল। তদুপৰি অতি আকৰ্ষণীয়ভাৱে গল্প কৈয়ো তেওঁ লগৰীয়াবোৰক একপ্ৰকাৰ সম্মোহিত কৰি ৰাখিছিল।

টলষ্টয়ৰ লেখক হোৱাৰ তেনে কোনো বাসনা নাছিল যদিও তেওঁৰ ডায়েৰিৰ লেখাবোৰেই তেওঁৰ সাহিত্যিক প্ৰতিভাৰ পৰিচয় দিছিল। টাটিয়ানা নামৰ তেওঁৰ পেহীয়েক এগৰাকীৰ উৎসাহতে টলষ্টয়ে প্ৰথমবাৰৰ বাবে গুৰুত্ব সহকাৰে লেখিবলৈ আৰম্ভ কৰে আৰু ১৮৫২ চনত Childhood নামৰ গল্প এটা লেখি তেতিয়াৰ এক বিখ্যাত আলোচনা The Contemporary লৈ পঠাই দিয়ে। ছাব্বিশ বছৰীয়া ডেকাজনৰ সেই গল্পটো পঢ়ি সমালোচকসকলে তেওঁৰ বিশেষ প্ৰতিভাৰ স্বাক্ষৰ দেখিছিল। সেই গল্পটো আত্মজীৱনীমূলক আছিল, অৱশ্যে টলষ্টয়ৰ সকলো লেখাই আত্মজীৱনীমূলক।

উচ্ছৃংখল জীৱনযাত্ৰাৰ অপৰাধবোধ, সৈনিকৰ জীৱনৰ ভৱিষ্যতৰ আমনিজনক দুশ্চিন্তা আদিৰ অশান্তিৰ পৰা পলায়নৰ বাবে তেওঁ লিখাপঢ়াতে মনোনিবেশ কৰিছিল। অসাধাৰণ প্ৰতিভাৰ মানুহজনে ফৰাছী, গ্ৰীক আদি বহুতো ভাষাও শিকি পেলাইছিল। ৰুছ আৰু তুৰ্কৰ যুদ্ধৰ সময়ত তেওঁক ছেবাষ্টোপোললৈ পঠোৱা হৈছিল। সৈন্যবাহিনীত কঠোৰ জীৱন আৰু তাৰপিছত যুদ্ধৰ অভিজ্ঞতাই তেওঁৰ মনত প্ৰবল যুদ্ধবিৰোধী ঘৃণাৰ জন্ম দিছিল।

সাতাইশ বছৰ বয়সত সৈন্যদলৰ পৰা পদত্যাগ কৰি টলষ্টয়ে লেখাতে মনোনিবেশ কৰিছিল আৰু 'Sebastople Tales' নাম দি এলানি গল্প লেখি উলিয়াইছিল। এই গল্পবোৰো অতিকৈ সমাদৃত হৈছিল। টলষ্টয়ে ইয়াৰ পিছত নিজৰ জমিদাৰীত বসবাস কৰিবলৈ ধৰিলেও তাৰ শান্তিপূৰ্ণ জীৱন তেওঁৰ দৰে অস্থিৰ চিত্তৰ মানুহ এজনৰ বাবে অতি আমনিদায়ক হৈ পৰিছিল। সেয়ে তেওঁ সমস্ত ইউৰোপখনকে ঘূৰি ফুৰি

চাই আহিছিল। ঘৰলৈ উভতি আহি তেওঁ পুনৰ লেখাপঢ়াৰ কামতে নিমগ্ন হৈ পৰিছিল যদিও কেতিয়াবা এই ভাবো মনলৈ আহিছিল যে তেওঁ সাৰ্থক লেখা সৃষ্টি কৰিব পৰা নাই, গতিকে লেখক হোৱাৰ আকাংক্ষা বাদ দিয়াই ভাল।

ইয়াৰ পিছত ৩১ বছৰ বয়সত টলষ্টয় তেওঁৰ জমিদাৰীৰ কৃষক সকলৰ ল'ৰা-ছোৱালী-বোৰক শিক্ষাদানৰ আঁচনিত উঠিপৰি লাগিছিল। তাৰ বাবে পুনৰ তেওঁ ইউৰোপলৈ গৈ তাৰ শিক্ষা ব্যৱস্থা সূক্ষ্মভাৱে অধ্যয়ন কৰি আহিছিল। তেওঁ শিক্ষা অবৈতনিক আৰু স্বেচ্ছামূলক হোৱাৰ আদৰ্শত বিশ্বাস কৰিছিল। তেওঁ স্থাপন কৰা স্কুলবোৰ এনেধৰণৰ উদাৰ আৰু প্ৰগতিশীল ভাবধাৰাৰ হোৱা বাবে বাছিয়াৰ গোঁড়া শিক্ষাবিদ-সকলে সেই স্কুলৰ প্ৰবল বিৰোধিতা কৰিছিল।

১৮৬২ চনত টলষ্টয়ৰ যেতিয়া ৩৪ বছৰ বয়স হৈছিল তেতিয়া তেওঁ ছোনিয়া বেৰ্ছ নামৰ ওঠৰ বছৰীয়া ছোৱালী এজনীৰ প্ৰেমত পৰিছিল। ছোনিয়াই তেওঁৰ বিবাহ-প্ৰস্তাৱ গ্ৰহণ কৰিছিল। দুয়োৰো মাজত বুজাবুজি ইমানেই গভীৰ হৈছিল যে পৰস্পৰে পৰস্পৰক নিজৰ ডায়েৰিও দেখুৱাইছিল।

ছোনিয়া টলষ্টয়ৰ লেখাৰ ডাঙৰ ভক্ত আছিল। বিয়াৰ পিছত দীৰ্ঘ যোল বছৰ তেওঁ টলষ্টয়ৰ লেখক জীৱনক নানাভাৱে উদ্দীপিত কৰি ৰাখিছিল। তেওঁ টলষ্টয়ৰ লেখাবোৰ কপি কৰি দিছিল আৰু জমিদাৰীৰ সকলো কামবন গিৰিয়েকৰ সলনি তেওঁৱেই চলাইছিল। প্ৰেমৰ দৈহিক দিশটোত তেওঁ আছিল টলষ্টয়ৰ সম্পূৰ্ণ বিপৰীত অৰ্থাৎ নিস্তেজ আৰু নিৰুত্তাপ, তথাপি তেওঁলোকৰ তেৰটা ল'ৰা ছোৱালীৰ জন্ম হৈছিল।

পিছে দৈহিকভাৱে টলষ্টয়ৰ দৰে উত্তপ্ত তেজৰ মানুহজনক ছোনিয়াই পূৰাপূৰি সন্তুষ্ট কৰিব নোৱাৰিলেও বিয়াৰ পিছত টলষ্টয়ৰ জীৱন ধাৰালৈ এক ধৰণৰ পৰিৱৰ্তন এটাও আহিছিল। সেই সময়তে তেওঁ War and Peace' নামৰ উপন্যাসখনৰ আঁচনি কৰি সাত বছৰ লেখাৰ পিছত তাক শেষ কৰি উলিয়াইছিল। আগতেই কৈ অহা হৈছে যে তেওঁৰ সকলো লেখাই আত্মজীৱনীমূলক। সেয়ে উপন্যাসখনৰ পিয়েৰ আৰু প্ৰিন্স আণ্ড্ৰেইক তেওঁৰ নিজৰ মডেলতে সৃষ্টি কৰিছিল: কিন্তু বিখ্যাত নাতাশাজনীৰ মডেল কিন্তু ছোনিয়া নাছিল, আছিল ছোনিয়াৰ ভনীয়েক তানিয়া। অথচ এনেকুৱা কথা এটাও প্ৰচলিত আছে যে ছোনিয়াই 'ওৱাৰ এণ্ড পীচ'ৰ দৰে বৃহৎ কলেবৰৰ গ্ৰন্থখন সাতবাৰকৈ কপি কৰিছিল।

সি যি কি নহওক, 'ওৱাৰ এণ্ড পীচ'ৰ সমাদৰ আছিল অভূতপূৰ্ব। উপন্যাসখনক গদ্যত লেখা এক মহৎ মহাকাব্য বুলি অভিহিত কৰা হৈছিল। 'A History of Russian Literature' ত ডি. এছ. মিৰস্কিয়ে লেখিছিল 'War and Peace

সময়ত্তকৈ বহুত আগবঢ়া এক পথপ্ৰদৰ্শক' কৰ্ম, পূৰ্বতে খুব কমেই দৃশ্যমান হোৱা উপন্যাসৰ দিগন্তক চাৰিওদিশে প্ৰসাৰিত কৰা এক মহৎ সৃষ্টি। যুদ্ধক ইয়াত অ-ৰোমাণ্টিক আৰু ৰূঢ় বাস্তৱ হিচাপে দেখুৱা হৈছে ...।' ইমানদিনে ইতিহাসে দেখুৱা যুদ্ধৰ 'অবাস্তৱ' চিত্ৰবোৰৰ বিপৰীতে টলষ্টয়ে 'ওৱাৰ এণ্ড পীচ'ত নিষ্ঠুৰ বাস্তৱৰ চিত্ৰ অংকিত কৰিছিল। 'ওৱাৰ এণ্ড পীচ'খন কিন্তু টলষ্টয়ে একেৰাহে লেখি থকা নাছিল, তাৰ মাজতে তেওঁ বহুতো গল্প আৰু প্ৰবন্ধও লেখিছিল। এনেকি সৰু ল'ৰা-ছোৱালীক বৰ্ণমালা শিকোৱা পাঠ্যপুস্তক এখনো লেখিছিল। ১৮৭৩ চনত টলষ্টয়ে 'আনা কাৰেনিনা' নামৰ উপন্যাসখন লেখিবলৈ আৰম্ভ কৰিছিল। প্ৰথমতে সেইখন 'Russian Messenger' নামৰ আলোচনীখনত ধাৰাবাহিকভাৱে ওলোৱাৰ পাঁচ বছৰ পাছত কিতাপ আকাৰে ওলাইছিল। টলষ্টয়ৰ বয়স তেতিয়া পঞ্চাশ বছৰ আছিল। আনা কাৰেনিনাৰ চৰিত্ৰটো বিশ্বৰ সমগ্ৰ উপন্যাস সাহিত্যতে এক স্মৰণীয় চৰিত্ৰ। উপন্যাসখনকো সেই শতিকাৰ এক শ্ৰেষ্ঠ উপন্যাস বুলি ধৰা হয়—যদিও 'ওৱাৰ এণ্ড পীচ'ৰ দৰে তাৰ পটভূমি ইমান বিশাল নাছিল।

সমগ্ৰ জীৱন জুৰি টলষ্টয়ে এক পাপবোধ আৰু মৃত্যু বিভীষিকাৰ মানসিক যন্ত্ৰণাত ক্ষতবিক্ষত হৈ থাকিছিল। 'আনা কাৰেনিনা'খন লেখি উঠাৰ পিছত তেওঁৰ সেই যন্ত্ৰণাবোধ আৰু বাঢ়িছিল; জীৱনৰ কিবা এক সংহতি, কিবা এক অৰ্থ, কিবা এক নৈতিক মূল্যবোধৰ স্থায়ী প্ৰয়োজনবোধ খুবেই অনুভূত হৈছিল। তেওঁ এটা কথা লক্ষ্য কৰিছিল যে সাধাৰণ কৃষি বনুৱা সকলে ধৰ্মত যে জীৱনৰ কিবা এক প্ৰতিশ্ৰুতি পায় কেৱল সেয়ে নহয়, ধৰ্ম তেওঁলোকৰ বাবে সান্ত্বনা আৰু শান্তি ধৰ্মই মৃত্যুক আঁকোৱালি লোৱাত সহজ কৰি তোলে। টলষ্টয়ে প্ৰথমতে গীৰ্জাত উপাসনা আদিৰ যোগেদি অশান্ত চিত্তৰ মুক্তি বিচাৰিছিল, কিন্তু তেওঁৰ দৰে দুৰ্ঘোৰ যুক্তিবাদী মনৰ মানুহৰ পক্ষে গীৰ্জাৰ গোঁড়া ক্ৰিয়া-কাণ্ডবোৰ মানি লোৱা সম্ভৱ নাছিল, সেয়ে তেওঁ গীৰ্জা পৰিত্যাগ কৰি নিজেই 'ধৰ্ম' সৃষ্টি কৰি লৈছিল। এই বিষয়ে তেওঁ ১৮৭৯ চনত লিখা 'A Confession' নামৰ গ্ৰন্থত বিতংভাৱে লেখিছিল। টলষ্টয়ৰ ভগবান আছিল সৰ্বজন গ্ৰাহ্য, তেওঁ বিশ্বাস কৰিছিল যে সকলো ধৰ্মৰে সাৰ্বজনীন ঈশ্বৰ, কিন্তু যীশু খ্ৰীষ্টৰ ঐশ্বৰিকতাত তেওঁৰ বিশ্বাস নাছিল। অৱশ্যে যীশুৰ বাণীবোৰক তেওঁ জ্ঞানৰ ভঁৰাল জ্ঞান কৰিছিল। যুদ্ধৰ ঘোৰ বিৰোধী টলষ্টয়ৰ বাবে Ten Command ments-অৰ 'Resist not the evil' বাণীটোত যে শান্তিৰ প্ৰকৃত সমাধান নিহিত হৈ আছে তাত আচৰিত মানিব লগীয়া একো নাই।

ইয়াৰ পিছত টলষ্টয়ে তেওঁৰ সমস্ত প্ৰতিভা মানুহৰ মাজত থকা ভগবানৰ কামতে খটুৱাব সিদ্ধান্ত লৈছিল। এজন বন্ধুলৈ লেখা এইবাৰ কথাতে তেওঁৰ সেই সময়ৰ

মানসিকতা ফুটি উঠিছিল—'ব্যক্তি-কেন্দ্রিকতা হ'ল দুৰ্বলতা। এই প্ৰৱণতাৰ পৰা উদ্ধাৰ পাবলৈ হ'লে আমি আমাৰ নিজৰ পৰা বাহিৰলৈ ওলাব পৰা কিবা উদ্দেশ্য বিচাৰি ল'ব লাগিব। আমি আমাৰ কৰ্মৰ মাজেদিয়ে পাহৰি থাকিব লাগিব।' তেওঁ কলাৰ বাবেই কলা নীতিৰ বিৰোধিতা কৰি কৈছিল যে কলা হ'ব লাগিব ভাতৃত্ববোধ আৰু নিঃস্বাৰ্থতাৰ মাধ্যম। তেওঁৰ এনে ধৰণৰ নৈতিকতাবোধ The Living Corpse, The Power of Darkness আদি নাটক, The Death of Inan Ilych আদি গল্প আৰু Resurrection নামৰ উপন্যাসত পৰিস্ফুট হৈছে।

লাহে লাহে টলষ্টয় মানুহজনৰ ব্যক্তিগত জীৱনলৈ বিৰাট পৰিৱৰ্তন আহিবলৈ ধৰিলে। তেওঁ কৃষি বনুৱাৰ অতি সাধাৰণ পোছাক পিন্ধিবলৈ ল'লে, এনেকি কেতিয়াবা সদা ভৰিৰেও ফুৰিবলৈ ধৰিলে। আনৰ পৰিশ্ৰমৰ ওপৰত এলেহুৱা হৈ বহি খোৱাটো অন্যায় বুলি বিবেচনা কৰি টলষ্টয়ে নিজৰ কাম নিজেই কৰিবলৈ ধৰিলে। তেওঁ আৱেগ, লালসা, লোভ, ক্ষুধা আদি প্ৰায় সকলো ৰিপুকে দমন কৰি পেলা'লে। চুৰট হোঁপা আৰু মাংস খোৱাও বাদ দিলে আৰু নিৰামিষ আহাৰ, মৃত্যুদণ্ড, আত্মশুদ্ধি আদিৰ ওপৰত নানা প্ৰবন্ধ পাতি লেখিবলৈ ধৰিলে। তেওঁ টকা-পইছা আৰু সা-সম্পত্তিৰ বন্ধনৰ পৰাও মুক্ত হ'ব বিচাৰিছিল। কিন্তু ছোনিয়াই টলষ্টয়ৰ এই পৰিৱৰ্তিত দৃষ্টিভংগী মানি ল'ব পৰা নাছিল। তেওঁ নিয়মিত গীৰ্জালৈ গৈছিল। তদুপৰি তেওঁ এগৰাকী কাউণ্টেছ হোৱা বাবে সম্পত্তি ত্যাগ কৰা নহয়, তাক বৰ্দ্ধিত কৰাৰ প্ৰৱণতাহে তেওঁৰ বৈ আছিল। ইফালে ইমান কেইটা ল'ৰা ছোৱালীৰ মাক হোৱা বাবেও সিহঁতৰ ভৱিষ্যতৰ কথা চিন্তা কৰি টলষ্টয়ৰ এই খাম-খেয়ালী স্বভাৱ তেওঁ কোনোপধ্যে বৰদাস্ত কৰিব পৰা নাছিল। টলষ্টয়ে পত্নীৰ কথাত কিছুদূৰ আপোচ কৰিবলৈ বাধ্য হৈছিল আৰু জমিদাৰীখন বিলাই দিয়াৰ পৰিৱৰ্তে ছোনিয়াৰ নামত লেখি দিছিল। তদুপৰি বাইজক তেওঁৰ কিতাপৰ কপিৰাইটৰ মালিক কৰাৰ ইচ্ছাকো পৰিত্যাগ কৰি আকৌ পত্নীৰ নামতে লেখি দিছিল। ছোনিয়া সাংসাৰিক ক্ষেত্ৰত বেচ সুদক্ষ মহিলা আছিল। তেওঁ প্ৰকাশন সংস্থা এটাও খুলি পেলাইছিল আৰু টলষ্টয়ৰ কিতাপবোৰৰ বিশেষ সংস্কৰণ উলিয়াই যথেষ্ট ধন আৰ্জিবলৈ সক্ষম হৈছিল।

টলষ্টয়ৰ এই দুৰ্বলতাৰ ফলত তেওঁৰ স্থিতি বেচ হাস্যকৰ আৰু উপলুঙাৰ যোগ্য হৈ উঠিছিল। দৰিদ্ৰ কৃষকৰ পোছাক পিন্ধা মানুহজনে মুচাৰ দৰে ঘৰৰ কম্পাউণ্ডত বহি জোতা চিলাই কৰি থাকে, ইফালে বাস কৰে বিৰাট বিলাস বৈভৱৰ মাজত! নিজৰ দুমুখীয়া চৰিত্ৰৰ দুৰ্বলতাৰ বাবে কৃচ্ছতাৰ সাধনা কৰা মানুহজনে নিজৰ ঘৰখনৰ এনে বিলাসী জীৱন যাত্ৰাৰ পৰিৱৰ্তন সাধিবলৈ একোকে কৰিব নোৱাৰে। আৰু এক প্ৰহসন হ'ল এয়ে যে তেওঁৰ 'ঋষিত্ব'ৰ খ্যাতি শুনি তেওঁৰ ওচৰলৈ অহা তীৰ্থযাত্ৰী-

বোৰক ঘৰৰ ভিতৰলৈ আদৰি লৈ যায় বাট লাবে ! পিছে ঘৰত একো পৰিবৰ্ত্তন সাধিব নোৱাৰিলেও টলষ্টয়ৰ বাণীয়ে এক বুজন সংখ্যক লোকক প্ৰভাৱান্বিত কৰি তেওঁৰ মতাদৰ্শৰে দীক্ষিত কৰিছিল। এদল যুৱকেতো নিজকে টল্‌ষ্টয়ান্ আখ্যাকে দিছিল আৰু টলষ্টয়ে শিকোৱা যুদ্ধৰ প্ৰতি ঘৃণাৰে সৈন্যবাহিনীত যোগদান কৰাৰ পৰা বিৰত থাকিছিল। ইতিমধ্যে তেওঁৰ কিতাপবোৰ ইউৰোপ আৰু আমেৰিকাত বহুলভাৱে অনূদিত হৈছিল। ১৮৯১ চনত ইউৰোপত যি দুৰ্ভিক্ষ হৈছিল তাত টলষ্টয়ে দেহেকেহে খাটি দুৰ্ভিক্ষপীড়িত জনক টকা-পইছা আৰু খাদ্যৰ যোগান দি নানা ধৰণে সাহায্য কৰিছিল। তেওঁ সেই অৰ্থ সংগ্ৰহ কৰিছিল বিভিন্ন দেশৰ পৰা। টলষ্টয় তেওঁৰ ষাঠি আৰু সত্তৰৰ বয়স কালত সমগ্ৰ পৃথিৱীত কেৱল আটাইতকৈ জনাজাত বুলিয়ে নহয়, আটাইতকৈ সম্মানিত ব্যক্তি বুলিও পৰিগণিত হৈছিল।

টলষ্টয়ৰ জীৱনৰ শেষৰ কুৰি বছৰ ৰাছিয়াৰ স্বেচ্ছাচাৰী শাসকগোষ্ঠী তেওঁৰ ঘোৰ বিৰুদ্ধভাৱাপন্ন হৈ উঠিছিল—যিটো আছিল অতি স্বাভাৱিক। চৰকাৰে তেওঁৰ বহুতো লিখনী নিষিদ্ধ কৰিছিল যদিও তেওঁৰ অনুগামীদলে সেইবোৰ গোপনে ছপা কৰি উলিয়াইছিল। টলষ্টয়ৰ মতবাদীসকলৰ বহুতকে হয় কাৰাগাৰত নিক্ষেপ কৰা হৈছিল, নহ'লেবা নিৰ্বাসন দণ্ড দিয়া হৈছিল। টলষ্টয়কো পুলিছৰ চোকা নজৰত ৰখা হৈছিল। তেওঁৰ তেসত্তৰ বছৰ বয়সত গীৰ্জাই তেওঁক ধৰ্মচ্যুত কৰিছিল। টলষ্টয়ৰ কণ্ঠ ধৰ্মৰ গোড়ামী, সামাজিক বৈষম্য আৰু নিপীড়ন আদি সকলো ধৰণৰ অন্যায়-অবিচাৰৰ বিৰুদ্ধে সোচ্চাৰ হৈ থাকিছিল যদিও তেওঁ আছিল মহাত্মা গান্ধীৰ দৰেই অহিংসবাদী অৰ্থাৎ বিপ্লৱ বিৰোধী। কিন্তু কৌতুকৰ বিষয় এইটোহে যে তেওঁৰ এই অন্যায়ৰ বিৰুদ্ধে অহৰহ উচ্চাৰিও সোচ্চাৰ বাণীয়ে ৰাছিয়াৰ জনগণক এনেকৈ উদ্দীপ্ত কৰি তুলিছিল যে টলষ্টয় ৰাছিয়াৰ জনগণৰ কেৱল এক পৰম সম্মানিত ব্যক্তিয়েই হৈ থকা নাছিল। তেওঁ তেওঁৰ মৃত্যুৰ সাত বছৰৰ পিছত সংঘটিত হোৱা মহা বিপ্লৱটোৰ ( ১৯১৭ ) এক প্ৰকাৰ বাটকটীয়া প্ৰেৰণাদাতাও হৈ পৰিছিল।

সেই সময়ত দক্ষিণ আফ্ৰিকাত থকা গান্ধীয়ে টলষ্টয়ৰ দ্বাৰা অনুপ্ৰাণিত হৈ তেওঁলৈ লেখিছিল—'মই আপোনাৰ এজন নিঃকিন অনুগামী।' তাৰপিছত তেওঁলোক দুয়োৰো মাজত সুদীৰ্ঘ পত্ৰালাপ চলিছিল। খৃষ্টান ধৰ্মই যীশুৰ বাণী অৱহেলা কৰা বুলি টলষ্টয়ে মহাত্মা গান্ধীলৈ দুখ কৰি লেখিছিল। তেওঁ আৰু লেখিছিল যে মৃত্যুৰ ওচৰ চাপি অহাৰ লগে লগে তেওঁ এই কথা আৰু গভীৰভাৱে অনুভৱ কৰি আহিছে যে নিষ্ক্ৰিয় প্ৰতিৰোধে প্ৰেমৰ শিকণীৰ আৰু ওচৰলৈ চপাই নিয়ে, তাক অসত্য ব্যাখ্যাই কলুষিত নকৰে।

টলষ্টয়ৰ বৃদ্ধ বয়সত তেওঁক শ্ৰদ্ধা জনাইবলৈ বিভিন্ন ধৰ্মৰ মানুহ, ৰাজনীতিবিদ,

সাহিত্যিক, শাসক আদি আহি তেওঁৰ ঘৰ ভৰি গৈছিল। কিন্তু পূৰ্বতে কৈ অহা হৈছে যে তেওঁৰ ঘৰখন যি ভাবে চলিছিল সি আছিল তেওঁৰ পাৰ্থিব সকলোধৰণৰ বিলাস বৈভৱ, স্বাৰ্থ চিন্তা ত্যাগৰ নীতিৰ ঘোৰ পৰিপন্থী। বিবাহিত জীৱনৰ প্ৰথম ছোৱাত নিজৰ আধিপত্যেৰে ঘৰখন চলাব খোজা এজন জেদী স্বামীৰ ভূমিকা পালিলেও আনহাতে ফুৰ্তিবাজ আৰু নানা বিনোদনেৰে সকলোকে মনোৰঞ্জন কৰি ৰখা এজন ৰঙীয়াল পুৰুষো আছিল এইজন টলষ্টয়। সেয়ে ল'ৰা-ছোৱালীবোৰে এই পিতৃক শ্ৰদ্ধাও কৰিছিল, ভালো পাইছিল। পিছে টলষ্টয় সংসাৰ বিমুখ আৰু আত্মত্যাগী হৈ অহাৰ লগে লগে নিজৰ স্বাৰ্থত আঘাত লগাত এই ল'ৰা-ছোৱালীবোৰেই তেওঁৰ বিৰোধী হৈ পৰিল আৰু মাকৰ ফলীয়া হ'ল। একমাত্ৰ সৰু জীয়েক আলেকজেণ্ডাইহে তেওঁৰ পক্ষ লৈছিল।

এইদৰেই টলষ্টয়ৰ শেষ জীৱন ঘৰুৱা অশান্তিৰে ভৰি গৈছিল। সি চৰম পৰ্যায় পাইছিল গৈ তেওঁৰ প্ৰধান শিষ্য ভি জি· চেৰ্টকভ আৰু ছোনিয়াৰ মাজত লগা নানা খকাখুন্দাৰ ফলত। চেৰ্টকভো টলষ্টয়ৰ দৰে প্ৰকাণ্ড জমিদাৰীৰ মালিক আছিল, কিন্তু তেৱোঁ কৃষকসকলৰ উন্নতিৰ বাবে আত্মনিয়োগ কৰিছিল। টলষ্টয়ৰ অন্তৰৰ ইচ্ছা গম পাই চেৰ্টকভে তেওঁৰ কিতাপবোৰৰ সৰ্বস্বত্ব ৰাইজৰ বাবে বিলাই যাবলৈ উদগনি দিছিল। ইয়াৰ অৰ্থই হ'ল ছোনিয়া আৰু তেওঁলোকৰ সন্তানসকল কিতাপ-বোৰৰ ৰয়েল্টিৰ পৰা বঞ্চিত হোৱা। ইফালে তেওঁলোকৰ ডায়েৰিবোৰ চেৰ্টকভৰ হাতত টলষ্টয়ে তুলি দিছিল। সেইবোৰত টলষ্টয় আৰু ছোনিয়াৰ মাজত হোৱা সকলো ধৰণৰ অশান্তিৰ কথা লেখা আছিল বছৰৰ পিছত বছৰ কাটোৱা দাম্পত্য জীৱনৰ ঘটনা। পৃথিৱীত খুব কম ঘৰুৱা অশান্তিৰ কথাই এনেধৰণে ডায়েৰিত লিপিবদ্ধ হোৱাৰ নজিৰ আছে, বিশেষকৈ এনে এজন বিশ্ববৰেণ্য মহৎ সাহিত্যিকৰ। গতিকে ছোনিয়াৰ চিন্তা হ'ল যে সেই ডায়েৰিবোৰত তেওঁৰ বিৰুদ্ধে বহুত কথাই টলষ্টয়ে লেখি হৈছে। টলষ্টয়ৰ মৃত্যুৰ পিছত কোনে বা সেইবোৰ প্ৰকাশ কৰে? চিন্তাত জৰ্জৰিত ছোনিয়াই বহুতবাৰ আত্মহত্যাৰো চেষ্টা কৰিছিল যদিও সফল হোৱা নাছিল। তেওঁ প্ৰায় পগলাৰ দৰে হৈ গৈছিল আৰু বিৰাশী বছৰীয়া বৃদ্ধ স্বামীৰ জীৱন নানা অভিযোগ আৰু গালি-শপনিৰে অতীষ্ঠ কৰি তুলিছিল।

জীৱনৰ সুদীৰ্ঘ ত্ৰিশটা বছৰ ছোনিয়াৰ লগত টলষ্টয়ে আপোচ কৰিয়ে চলি গৈছিল যদিও এইবাৰ আৰু তেওঁৰ সহ্য নহ'ল। ১৯১০ চনৰ ১০ অক্টোবৰৰ দিনা পুৱাতে তেওঁ য়াছনায়া পলিয়ানা এৰি গুছি গৈছিল। শীতৰ প্ৰচণ্ড প্ৰকোপ। তেনে শীতৰ মাজেৰেই তেওঁ অকলশৰে গৈ কনভেণ্ট এখনত থকা ভনীয়েকৰ লগত ৰাতিটো কটাইছিল। আলেকজেণ্ডাই কথাটো গম পাই দেউতাকৰ সংগী হৈছিল আৰু পিছদিনা

দুয়ো ট্ৰেইন এখনত উঠি নিৰুদ্দেশ যাত্ৰাৰ পথিক হৈছিল। পিছে টলষ্টয়ৰ প্ৰচণ্ড ঠাণ্ডা লাগি খুব জ্বৰ উঠিল আৰু এষ্টাপোভো নামৰ ষ্টেচন এটাত দুয়ো বাধ্য হৈ ট্ৰেইনৰ পৰা নামিল। ষ্টেচনমাষ্টৰজনে কৰ্মীয়া টলষ্টয়ক তেওঁৰ ঘৰতো থাকিবলৈ এৰি দিলে। টলষ্টয় নিউমোনিয়াত আক্ৰান্ত হৈছিল।

টলষ্টয়ৰ গৃহত্যাগ আৰু তাৰ কাৰণ চাৰিওফালে ফাটিফুটি গৈছিল। এষ্টাপোভোৰ সৰু ঘৰটো ঘেৰি নানা মানুহৰ ভীৰ বাঢ়ি গৈছিল। টলষ্টয়ৰ জীয়েক, পুতেক, আত্মীয় স্বজন, সংবাদদাতা, ফটোগ্ৰাফাৰ, পুলিছ, অফিচাৰ, অনুগামীৰে ঘৰটোৰ ভিতৰ-বাহিৰ গিজগিজাই আছিল। ছোনিয়াও আহিছিল যদিও টলষ্টয়ে তেওঁক ওচৰলৈ আহিবলৈ অনুমতি দিয়া নাছিল। নৱেম্বৰৰ ৭ তাৰিখৰ দিনা যেতিয়া টলষ্টয়ে জ্ঞান হেৰুৱাইছিল তেতিয়াহে ছোনিয়াই স্বামীৰ মৃত্যুশয্যাৰ কাষ চাপিব পাৰিছিল। তেতিয়া ৰাতি পুৱাইছিল আৰু তাৰ কেইঘণ্টামান পিছত টলষ্টয়ে অলপ কেঁকাই, কষ্টকৈ উশাহ এটা লৈ চিৰনিদ্ৰাত ঢলি পৰিছিল।

বিশ্বৰ মহৎ সাহিত্যিক সকলৰে এজন টলষ্টয় ৰাছিয়াৰ সাহিত্যৰ বুৰঞ্জীত বিৰাট নৈতিক শক্তিৰ প্ৰতিভূ আৰু সৰ্ববৃহৎ মানৱ হিচাপে পৰিগণিত হৈ ৰ'ব।

# আৰ্নেষ্ট হেমিংওৱে

যিকেইজন বিদেশী লেখক অসমৰ সৰ্বসাধাৰণ পাঠকৰ মাজত অলপ বেছি পৰিচিত তথা তেওঁলোকৰ কিতাপ-পত্ৰৰ খবৰ আমি অলপ বেছিকৈ ৰাখো তাৰ ভিতৰত এজন হ'ল আমেৰিকান লেখক আৰ্নেষ্ট হেমিংওৱে। এইজন লেখকে আমেৰিকাৰ সাহিত্যলৈ একধৰণৰ সজীৱতা আনিছিল বুলি ক'ব পাৰি। আনহাতে এওঁক বিংশ শতাব্দীৰ সাহিত্যৰ এক বৈপৰীত্যৰ সমাহাৰ বুলি ক'লেও বোধহয় অত্যুক্তি কৰা নহয়। কাৰণ জীৱনবোধৰ প্ৰাচুৰ্যৰ মাজতো তেওঁ অহৰহ মৃত্যুৰ চিন্তাতো ভাৰাক্ৰান্ত হৈ থাকিছিল, ইফালে দুৰ্যোগ-দুৰ্ঘটনাৰ প্ৰতিও তেওঁৰ এক অহেতুক প্ৰীতি আছিল। একধৰণৰ উদাসীনতা তথা দায়িত্বহীনতা আৰ্নেষ্ট হেমিংওৱেৰ জীৱনৰ ধৰ্মৰ দৰেই আছিল। তেওঁ যেন এক হেৰাই যোৱা প্ৰজন্মৰ মুখপাত্ৰহে আছিল।

১৮৯৯ চনৰ জুলাই মাহত আমেৰিকাৰ চিকাগোৰ নিচেই কাষৰ ঠাই ওক পাৰ্কত আৰ্নেষ্ট হেমিংওৱেৰ জন্ম হৈছিল। তেওঁৰ দেউতাক একেধাৰে এজন ডাক্তৰ আৰু খেলুৱৈ আৰু মাক এগৰাকী সংগীতজ্ঞ আছিল। মাকে পুতেকক তেওঁৰ দৰেই এজন সংগীতজ্ঞ হোৱাটো বিচাৰিছিল। দেউতাকে কিন্তু তেওঁৰ দহ বছৰ হওঁতে হাতত মানুহ এজনৰ সমান ডাঙৰ বন্দুক এটা তুলি দিছিল।

হেমিংওৱেৰ স্কুলীয়া জীৱন নিৰবচ্ছিন্ন আছিল। পোন্ধৰ বছৰ বয়স হওঁতে তেওঁ ঘৰৰ পৰা পলাই গৈছিল। অৱশ্যে তাৰ পিছত ঘৰলৈ উভতিও আহিছিল আৰু ১৯১৭ চনত স্কুলৰ শেষ পৰীক্ষাতো পাছ কৰিছিল। তাৰ পিছত তেওঁ কেনছাছ চিটিলৈ গৈ এজন সাংবাদিক হিচাপে কাম কৰিছিল। কিন্তু ওঠৰ বছৰ হোৱাৰ আগতেই তেওঁ ফ্ৰান্সলৈ গৈ তাৰ এটা এম্বুলেন্স ইউনিটত যোগ দিছিল য'ৰ পৰা তেওঁক ইটালীৰ পদাতিক দল এটালৈ বদলি কৰা হৈছিল। প্ৰথম মহাসমৰত তেনেদৰে যোগ দিয়া হেমিংওৱে ইমান বেয়াকৈ শত্ৰুৰ গুলিত আহত হৈছিল যে মৰণৰ দিনলৈকে তেওঁৰ ভৰিত দুশ টুকুৰা বন্দুকৰ অংশ সোমায়ে থাকিল। অৱশ্যে যুদ্ধত বীৰত্বৰ চিন স্বৰূপে তেওঁ কেবাটাও পদকো লাভ কৰিছিল।

ইয়াৰ পিছত তেওঁ আমেৰিকালৈ উভতি আহিছিল আৰু ১৯২১ চনত হেড্‌লী ৰিচাৰ্ডছন নামেৰে ছোৱালী এজনীক বিয়া কৰাইছিল। টৰণ্টো চহৰত বিয়াৰ পিছত হেমিংওৱেই পুনৰ সাংবাদিকতা আৰম্ভ কৰিছিল। পিছে মনত যাৰ দুঃসাহিক

অভিযানৰ নিচা, সেই মানুহে নিশ্চিন্ত নিৰুদ্বেগ জীৱন যাপন কৰিব নোৱাৰে। ফলত তেওঁ গৈ তেতিয়া চলি থকা এছিয়া মাইনৰৰ গ্ৰীক আৰু তুৰ্কীৰ যুদ্ধৰ ৰণাঙ্গনৰ গুলীয়াগুলিৰ মাজৰ পৰাই যুদ্ধৰ বাতৰি পঠিয়াবলৈ ধৰিলে।

আৰ্ণে ষ্ট হেমিংওৱেই কুৰিৰ দেওনা পাৰ হোৱাৰ পিছতেই পেৰিছকৈ আহি আমেৰিকা ত্যাগ কৰি অহা এদল শিল্পী সাহিত্যিকৰ লগ লাগিছিল। এওঁলোকৰ দিক্‌দৰ্শক আছিল—গাৰ্ট্ৰুড ষ্টেইন, এজৰা পাউণ্ড আৰু শ্বেৰউড্ এণ্ডাৰছন। কোমল বয়সীয়া হেমিংওৱে এওঁলোকৰ লেখাৰ নব আঙ্গিকৰ দ্বাৰা খুব প্ৰভাৱান্বিত হৈছিল। চেহেৰা আৰু কিছুমান আনুষঙ্গিক কৰ্মৰে আৰ্ণেষ্ট হেমিংওৱে কিন্তু এই শিল্পী-সাহিত্যিকৰ মাজত একধৰণে থাপ নোখোৱা বিধৰো আছিল। ছয় ফুট ওখ, সিংহৰ নিচিনা মূৰ আৰু ঘোঁৰাৰ নিচিনা বহল বুকৰ পালোৱানী চেহেৰাৰ ডেকাজন সেই বুদ্ধিজীৱী সকলৰ মাজত সোমালে এজন বক্সাৰ সোমোৱাৰ দৰেই লাগে—পিছে হেমিংওৱে আচল অৰ্থতো এজন বক্সিং খেলা ডেকা আছিল।

আৰ্ণেষ্ট হেমিংওৱে ছব্বিশ বছৰ বয়স হওঁতে তেওঁ সাংবাদিকতা বাদ দি লেখক হোৱাৰ মন মেলিছিল Three Stories and Ten Poem's নামৰ তেওঁৰ প্ৰথম গ্ৰন্থখন বৰ নিঃকিনভাৱে উলিয়াইছিল। ১৯২৪ চনত তেওঁৰ দ্বিতীয় গ্ৰন্থ In Our Time ওলাইছিল—যিখনে তেওঁৰ মৌলিকতা আৰু এজন শক্তিশালী লেখক হোৱাৰ পূৰ্বাভাষ দিছিল। যুদ্ধৰ সময়ৰ নানা বিভাষিকা ভৰা চিত্ৰৰে সমুজ্জল কিতাপখনত কিন্তু অতীত জীৱনৰ নানা স্মৃতি সনা মধুৰ চিত্ৰও অংকিত হৈছিল। কিন্তু মাত্ৰ পঁচিশ বছৰ বয়সৰ লেখাবোৰতে হেমিংওৱেই জীৱনৰ নানা ভয়ংকৰ ঘটনা, গভীৰ ট্ৰেজেডিৰ চিত্ৰ অংকিত কৰাৰ লগতে নিষ্ঠুৰতা আৰু জীৱনত দিনৌ ঘটিয়েই থকা সৰুসুৰা কাহিনীবোৰো চিত্ৰিত কৰিছিল। ইয়াৰ পিছত প্ৰকাশিত হৈছিল Torrents of Spring যাৰ বিষয়বস্তু আছিল আগৰ দৰেই জীৱনৰ নিষ্ঠুৰতা আৰু প্ৰতাৰণা। The Sun Also Rises নামৰ পৰৱৰ্তী কিতাপখন হেমিংওৱেই তেওঁৰ এসময়ৰ গুৰু শ্বেৰউড্ এণ্ডাৰছনৰ মতবাদক ঠাট্টা কৰি লেখিছিল আৰু ইয়াৰ ফলতেই প্ৰথম মহাসমৰৰ পিছৰ 'লুপ্ত প্ৰজন্ম'ৰ তেওঁ আদৰ্শ পুৰুষ ৰূপে বন্দিত হৈছিল—যি প্ৰজন্ম যুদ্ধ আৰু শান্তি দুয়োটাৰ একোতে আস্থা আৰু বিশ্বাস নথকা বাবে দুই ধৰণেই হেৰাই গৈছিল।

হেমিংওৱেই হঠাতে এনে প্ৰাধান্য পোৱাৰ দুটা কাৰণ হ'ব পাৰে। তেওঁৰ দৃষ্টিভংগী আৰু লেখাৰ ষ্টাইল। তেওঁ এনে এক প্ৰজন্মৰ বাস্তৱ চিত্ৰ অংকিত কৰিছিল যি মহাসমৰৰ পিছৰ সমাজখনত বিৰাট মোহভংগ, আস্থাহীনতা আৰু আশাভংগৰ জীৱন কটাবলগীয়া হৈছিল। এই হতাশাগ্ৰস্ত মানুহবোৰৰ নতুন মূল্যবোধৰ সন্ধান কৰাৰ অৰ্হতাও নাছিল। গতিকে এইখন ভাগি পৰা সমাজৰ এইসকল লোকক The

Sun Also Rises-ৰ চৰিত্ৰবোৰ প্ৰতিনিধিত্ব কৰিছে যি নানা ধৰণৰ দৈহিক উত্তেজনাত ডুবি থাকি হতাশাক পাহৰি থকাৰ চেষ্টা কৰিছে। এনে হতাশাগ্ৰস্ত ডেকাচামৰ আদৰ্শ বীৰসকল হ'ল চিকাৰী, ষাঁড়ৰ লগত যুদ্ধ কৰোতা, খেলুৱৈ আদিম জীৱন যাপন কৰা মানৱ আদি দৈহিকভাৱে শক্তিমান লোকসকল—যি কুৰি শতিকাৰে দুৰ্বল সভ্যতা-সংস্কৃতিৰ বিৰুদ্ধে যেন এক প্ৰত্যাহ্বান। সেইবাবেই পৰম্পৰাগত মূল্য-বোধত আস্থা হেৰুৱা এই ডেকাসকলৰ মনৰ আদৰ্শ পুৰুষ হৈ পৰিছিল আৰ্ণেষ্ট হেমিংওৱে। তেওঁ এজন ডাঙৰ লেখক হৈয়ো এজন ডাঙৰ যোদ্ধাও আছিল—অৰ্থাৎ দৈহিক শক্তি আৰু লেখাৰ শক্তি—দুয়োবিধৰেই আধাৰ আছিল এই অনন্যসাধাৰণ লেখকজন। তেওঁৰ লেখনীৰ ভাষা সহজ সৰল আৰু নীৰস যেন লাগিলেও আচলতে সি কিন্তু বিভ্ৰান্তকাৰী, কাৰণ আপাতদৃষ্টিত অৰ্থাৎ গঠনত শুকান যেন লগা সেই অলংকাৰহীন ভাষাই কিন্তু পাঠকৰ মনত একধৰণৰ উত্তেজনাৰো সঞ্চাৰ কৰে আৰু উদ্দীপ্ত কৰে সেই মনক। এনেধৰণেই হেমিংওৱে নিজৰ সাহিত্যকৰ্মৰে নিজস্ব বেলেগ এটা ধাৰাৰে সৃষ্টি কৰিছিল—যি ধাৰাটোৱে দেউলীয়া সমাজখনক পৰিত্যাগ কৰাৰ লগে লগে চলিত সাহিত্যৰ ভাষাটোৰ পৰাও সম্পূৰ্ণ ফালৰি কাটি আহিছিল। এক কথাত ক'বলৈ গ'লে আৰ্ণেষ্ট হেমিংওৱেই সাহিত্যৰ জগতখনত এক বিপ্লৱেই সৃষ্টি কৰিছিল যাৰ প্ৰভাৱ আজিও অনুভূত হয়। তেতিয়া তেওঁৰ বয়স মাত্ৰ সাতাইশ বছৰ। সেই সময়ছোৱাত আধামান ডেকা লেখকে তেওঁক অনুকৰণ কৰাৰ চেষ্টা কৰিছিল আৰু আধামানে চেষ্টা কৰিছিল তেওঁৰ প্ৰভাৱৰ পৰা মুক্ত থাকিবলৈ।

সেই সময়ত পেৰিছত থকা হেমিংওৱেই শাৰীৰিক আৰু বৌদ্ধিক দুইধৰণৰ কাম-কাজ সমানে চলাই গৈছিল - তেওঁ বৰফত স্কেটিং কৰিবলৈ টাইৰনলৈ গৈছিল, ষাঁড়ৰ যুঁজৰ বাবে গৈছিল স্পেইনলৈ, ইফালে সমকালীন শ্ৰেষ্ঠ গল্প কেইটামানৰ লেখক হোৱাৰ গৌৰৱো আৰ্জিছিল। হেমিংওৱেৰ প্ৰথম বিবাহ বিচ্ছেদ হোৱাত তেওঁ ১৯২৭ চনত পামিন পেইফাৰ নামেৰে এগৰাকী মহিলাৰ দ্বিতীয়বাৰ পাণি গ্ৰহণ কৰিছিল। এওঁলোকৰ দুটা ল'ৰা সন্তান জন্মিছিল।

ইয়াৰ পিছত হেমিংওৱে আমেৰিকালৈ উভতি আহিছিল। এই সময়ত লেখা-লেখিৰ মাজে মাজে তেওঁ মাছ মৰাতো পাকৈত হৈ উঠিছিল। ইতিমধ্যে তেওঁৰ Men Without Women বুলি কিতাপ এখন ওলাইছিল আৰু ১৯২৮ চনত তেওঁ A Farewell to Arms নামৰ উপন্যাসখন লেখি উলিয়াইছিল। যুদ্ধৰ পৰা পলায়ন কৰি নিজৰ শান্তিৰ জগৎ এখন সৃষ্টি কৰিবলৈ গৈ ব্যৰ্থ হোৱা প্ৰেমিক-প্ৰেমিকাৰ সেই পৰিণতিৰ দ্বাৰা হেমিংওৱেই যুদ্ধৰ বীভৎসতা সত্ত্বেও সেই পলায়নবাদী মনোভাবো যে ঠিক সমৰ্থনযোগ্য নহয় তাকেই যেন এই উপন্যাসখনত বুজাব খুজিছে। মৃত্যুৱে

এই পৰিণতি আনিছে। হেমিংওৱেৰ ৰচনাত মৃত্যুই প্ৰধান অংশ লৈছে বুলি ক'লে অত্যুক্তি কৰা নহয়— তেওঁৰ সাহিত্যৰীতিক যেন মৃত্যু-সাহিত্য ৰীতি আখ্যা দিব পাৰি। ইয়াৰ পিছৰ উপন্যাস Death in the Afternoon-ৰো মূল ভাবটো এয়ে। বিপদ-বিভীষিকাৰ প্ৰতি এক ধৰণৰ আকৰ্ষণেৰে জীৱনপথত আগবঢ়া হেমিংৱেই নিজেও এজন ষাঁড়ৰ লগত যুদ্ধ কৰোতা বীৰ হোৱাৰ আকাংক্ষাৰে তেওঁৰ নানা ধৰণে ক্ষতবিক্ষত দেহটোত ষাঁড়ৰ খুন্দাৰে আৰু কিছু আঘাতৰ চিন ৰাখিছিল।

তেওঁৰ আন দুখন গ্ৰন্থ Take Nothing আৰু Green Hills of Africa-ৰ প্ৰধান উপজীব্য হ'ল ধ্বংস। ইয়াত ষাঁড়ৰ লগত যুদ্ধৰে পৰা আৰম্ভ কৰি বৃহৎ চিকাৰলৈকে বিভিন্ন অভিযানৰ বৰ্ণনা আছে। To Have and Have Not নামৰ উপন্যাসখনৰো কাহিনী মৃত্যু আৰু সেই কাহিনী নানা ধ্বংসলীলাৰ মাজেৰে আগবাঢ়িছে। এইখন কিতাপ তেওঁ Key West নামৰ ঠাইখন আৰু তাৰ ওচৰ-পাজৰৰ অঞ্চলক কেন্দ্ৰ কৰিয়ে লেখিছিল। ফ্লোৰিডাৰ এই ঠাইখনতে হেমিংওৱে এজন ডাঙৰ মৎস্য চিকাৰী হৈ উঠিছিল। এই কিতাপখন লেখাৰ সময়ত হেমিংওৱেৰ বয়স হৈছিল ৩৯ বছৰ। এই কালছোৱাত তেওঁৰ দৃষ্টিত মৃত্যুৰ ৰূপটো যেন অলপ সলনি হৈ পৰিছিল যিটো এইখন উপন্যাসত প্ৰতিভাত হৈছে। সেই সময়ত স্পেনৰ গণতান্ত্ৰিক চৰকাৰ উৎখাত হৈ ফে'চিষ্ট চৰকাৰ কায়েম হৈছিল, হেমিংওৱে সমাজবাদী চিন্তাধাৰাৰ মানুহ নহ'লেও ফেচিষ্ট বিৰোধী ঠিকেই আছিল, সেয়ে তেওঁৰ উপন্যাসৰ মৰ্গান নামৰ চৰিত্ৰ এটাৰ মুখেৰে এই ফেচিষ্ট বিৰোধী ভাতৃত্বৰ সপক্ষে অন্ততঃ এইষাৰ কথা কোৱাইছিল—'No man alone now' কোনো মানুহ এতিয়া অকশৰীয়া নহয়, সকলোৱে মাৰ বান্ধি প্ৰতিৰোধ কৰিব লাগিব।

সেইবাবেই হয়তো আজি লক্ষ্য কৰো যে ইয়াৰ পিছৰ লেখনীত তেওঁৰ মৃত্যুৰ আকাংক্ষাৰ লগতে মানৱ জাতিৰ উদ্ধাৰৰ ক্ষীণ আশাৰ সুৰ এটাও ধ্বনিত হৈছিল। উদাহৰণ স্বৰূপে তেওঁৰ নাটক The Fifth Column খনৰ উল্লেখ কৰিব পাৰি। ইয়াত যুদ্ধৰ নিষ্ঠুৰতা আৰু একপ্ৰকাৰ অৰ্থহীন বাতুলতা সত্বেও নায়কে যেন এই কথাও ভাবিবলৈ বাধ্য হৈছে যে যুদ্ধৰ এই হত্যাকাণ্ডবোৰৰো যেন কিবা এক অৰ্থ আছে। ১৯৩৮ চনত এই নাটকখন আৰু গল্প কিছুমান লৈ তেওঁ The Fifth Column and the First Forty-Nine Stories নামেৰে সংকলন এখন উলিয়াইছিল। ইয়াত সন্নিবিষ্ট কেতবোৰ গল্প সেই সময়ৰ অতি বিখ্যাত গল্প। এইবোৰত হেমিংওৱেৰ মৃত্যু-ইচ্ছা প্ৰতিভাত হ'লেও জীৱনৰ ওপৰত আস্থাৰো কিছু প্ৰকাশ ঘটিছিল।

বিয়াল্লিশ বছৰ হওঁতে হেমিংওৱেই তেওঁৰ জীৱনৰ সুদীৰ্ঘতম আৰু বহুতৰ মতে মহত্তম গ্ৰন্থ For whom the Bell Tolls নামৰ উপন্যাসখন লেখিছিল।

হেমিংওৱেই যে মৃত্যু আৰু জীৱনৰ নতুনকৈ বিচাৰি পোৱা অৰ্থৰ সংগতি দেখুৱাব পৰা বিষয়বস্তু এটাৰ সন্ধানত আছিল, সেই কথা এই উপন্যাসখনতেই প্ৰতিপাদ্য হয়। স্পেইনৰ 'লয়েলিষ্ট'সকল আৰু ফেচিষ্টসকলৰ মাজৰ যুদ্ধতে তেওঁ এই কাহিনীৰ সূত্ৰ বিচাৰি পাইছিল। এই গ্ৰন্থত মৃত্যু সম্পৰ্কে তেওঁৰ দৃষ্টিভংগী পূৰ্বতকৈ সলনি হৈছিল অৰ্থাৎ মৃত্যুক তেওঁ সুস্থভাৱে গ্ৰহণ কৰিব পাৰিছিল, তদুপৰি এই দৃষ্টিভংগায়ে তেওঁক এক ধৰণৰ ভাতৃত্বৰ বান্ধোনতো বান্ধিছিল—সেই ভাতৃত্ব সকলো মৃত্যু পথযাত্ৰীৰ লগত সকলো মুক্তিকামী জনতাৰ লগত। সেয়ে তেওঁ এই গ্ৰন্থখনৰ নামকৰণ কৰিছে ইংলণ্ডৰ সোতৰ শতিকাৰ মেটাফিজিকেল কবি জন ডানৰ এটা ছাৰমনৰ 'For whom the Bell Tolls' নামৰ শব্দকেইটাৰে যি ছাৰমনৰ আৰম্ভণি হ'ল এইকেইটা শব্দেৰে '- No man is an Island আৰু যি ছাৰমনৰ আন কেইটামান বাক্য হ'ল For whom the Bell tolls—it tolls for me it tolls for thee—পিছে স্পেইনৰ যুদ্ধত লয়েলিষ্টসকলৰ পৰাজয় হোৱাত হেমিংওৱেৰ এই নৱলব্ধ আশাবাদ, এই নৱলব্ধ ভাতৃত্ববোধ, মৃত্যু সম্পৰ্কে এই সুস্থ দৃষ্টিভংগী - সকলোবোৰৰ ক্ৰমে অৱসান হৈ আহিছিল। তাৰ চিন ফুটি উঠিছে তেওঁ আঠবছৰ পাছত লেখা 'Across the River and Into the Trees' নামৰ গ্ৰন্থখনত। এই কিতাপখন সাহিত্যকৰ্ম হিচাপেও নিকৃষ্ট বুলি পৰিগণিত হৈছিল। এই কিতাপখনত হেমিংওৱে যেন নিজকে ব্যংগহে কৰিছিল—ইমানেই নিম্নমানৰ ৰচনা আছিল এইখন।

আৰ্নেষ্ট হেমিংওৱেৰ পিছৰ উপন্যাস The Old Man and the Sea' খনতো মৃত্যুৰে আগজাননা সূচিত হৈছিল। সেইসময়ত তেওঁৰ বয়স হৈছিল ৫৪ বছৰ। এই দুটি উপন্যাসখনতো তেওঁ মানুহক প্ৰকৃতিৰ বিপৰীতে থিয় কৰাইছিল, লগতে দেখুৱাইছিল ধ্বংসৰ শক্তি আৰু জীয়াই থকাৰ শক্তিবোৰৰ পৰস্পৰৰ মাজত থকা এক ভয়ংকৰ আত্মীয়তাকো। বুঢ়া মানুহজন আৰু মাছটোৰ মাজৰ যি সমপৰ্যায়ৰ যুদ্ধখন চলিছিল, তাত দুয়োৰে৷ যে সমান স্তৰৰ বুদ্ধি আৰু শক্তি প্ৰদৰ্শিত হৈছিল—যি সেই যুদ্ধখনক হেমিংওৱেই এক ট্ৰেজিক মহত্বৰ পৰ্যায়লৈ উন্নীত কৰিছিল। ৰচনাশৈলীৰ ক্ষমতা হেমিংওৱেৰ সমসাময়িক কোনো লেখকেই আয়ত্ত কৰিব পৰা নাছিল। ১৯৫৩ চনত হেমিংওৱেই এই উপন্যাসখনৰ বাবে পুলিটজাৰ পুৰস্কাৰ লাভ কৰিছিল—যদিও কুৰি বছৰ আগতেই তেওঁ এই পুৰস্কাৰ পাব লাগিছিল বুলি এটা গুনগুননি উঠিছিল। যিহওক, তাৰ পিছৰ বছৰতেই উপন্যাসখনে নবেল বটাও লাভ কৰিছিল। সেই সময়ত এনে এটা গুনগুনানও উঠিছিল যে হেমিংওৱেই নিজকে হত্যাকৰাৰ আগতে জীয়াই থাকোতে লবালবিকৈ তেওঁক এই বটাটো দি সন্মান জনাব খোজা হৈছিল।

১৯৫৪ চনৰ জানুৱাৰী মাহত বেডিঅ'ত তড়িৎ বাৰ্তাৰে আৰ্নেষ্ট হেমিংওৱেৰ মৃত্যু

ঘোষণা কৰা হৈছিল। হেমিংওৱেই পত্নীৰ লগত সক প্লেন এখনত উঠি আফ্ৰিকাত ফুৰিবলৈ গৈছিল। তাৰপিছত নীল নদৰ ওপৰ ভাগৰ বনাঞ্চলত সেই প্লেনৰ ধ্বংসাৱশেষ পোৱা গৈছিল। বাতৰি কাকতবোৰত মৃতকৰ প্ৰতি যিবোৰ শ্ৰদ্ধাঞ্জলি ওলাইছিল তাৰ শিৰোনামাবোৰ আছিল এনে ধৰণৰ—'বিপদেই আছিল হেমিংওৱেৰ মূল কেন্দ্ৰ বিন্দু' –'হেমিংওৱেই আনন্দেৰে মৃত্যুক আঁকোৱালি ল'লে।'

পিছে এই বাতৰিবোৰ ওলোৱাৰ পিছতেই জনা গ'ল যে হেমিংওৱে যে কেৱল জীৱিতেই আছে এনে নহয় এই দুৰ্ঘটনাটোত তেওঁ দুবাৰো মৃত্যুৰ পৰা পলায়ন কৰিলে। প্লেনখন ধ্বংস হ'লেও তেওঁলোকৰ মৃত্যু হোৱা নাছিল। তাৰ পিছত যিখন উদ্ধাৰকাৰী প্লেনে তেওঁলোকক উঠাই নিছিল, সেইখনৰো মাজপথত জুই লাগিছিল আৰু সেইবাৰো হেমিংওৱেই পত্নীৰ লগত কাষৰ দুৱাৰখনেৰে জঁপিয়াই আসন্ন মৃত্যুৰ পৰা হাত সাৰিছিল।

হেমিংওৱেই মুঠতে চাৰিবাৰ বিয়া কৰাইছিল। ১৯৪০ চনত তেওঁৰ দ্বিতীয় পত্নীৰ লগত বিবাহ-বিচ্ছেদ হোৱাত তৃতীয়বাৰৰ বাবে তেওঁ লেখিকা মাৰ্থা গেলহৰ্ণক বিয়া কৰাইছিল। তেওঁৰ লগতো বিয়াখন নিটিকাত চতুৰ্থবাৰ ১৯৪৬ চনত তেওঁৰ মেৰি ওয়েলছ নামৰ ভূতপূৰ্ব যুদ্ধৰ সংবাদ পৰিবেশনকাৰীনী এগৰাকীৰ লগত বিয়া হৈছিল।

হেমিংওৱেৰ লিখনী সম্বন্ধে সমালোচকসকলে নানা কথাই লেখি গৈছে বা লেখি আছে। তাৰ ভিতৰত ইংৰাজ লেখক ফড মেডক্স ফৰ্ডে তেওঁৰ শব্দৰ শক্তিশালী ব্যৱহাৰ সম্পৰ্কে লেখা এই কথাকেইটাই যেন স্থিৰ চিত্ৰ এখনহে দাঙি ধৰে—'তেওঁৰ শব্দবোৰে এনেকৈ খুন্দা মাৰে যেন সেইবোৰ এইমাত্ৰ এখন জুৰিৰ পৰা তুলি অনা সজীৱ শিলগুটিহে। নিজৰ স্থিতিত প্ৰত্যেকটো শব্দই যেন জীৱন্ত আৰু প্ৰত্যেকটো শব্দই যেন আলোক বিচ্ছুৰিত কৰে।'

পিছে হেমিংওৱেৰ এই এটা দুৰ্বলতা হ'লে আছিল যে তেওঁ সমালোচকসকলৰ নিন্দা বা ঠাট্টা বিদ্ৰুপ সহ্য কৰিব নোৱাৰিছিল। সেয়ে মানুহৰ সীমাৱদ্ধতাৰ কাৰণ উদ্ধাৰ কৰাত ব্ৰতী নহৈ তেওঁ সেইসকলক লৈ এনেবোৰ চৰিত্ৰৰ সৃষ্টি কৰিছিল যি দুৰ্বল আৰু কাপুৰুষ। অৰ্থাৎ পূৰ্ণ মানৱ অংকন কৰাত এনেবোৰ চৰিত্ৰৰ ক্ষেত্ৰত তেওঁ ব্যৰ্থ হৈছিল। তেওঁৰ সাহিত্য কৰ্মত আৰু এক ব্যৰ্থতা আছিল পূৰ্ণাঙ্গ নাৰী চৰিত্ৰ সৃষ্টি কৰাত। পুৰুষৰ সতে নাৰীৰ সম্পৰ্ক যি সংগীতৰ ওপৰত ৰচিত হয়, তাক তেওঁ সঠিকভাৱে চাব নোৱাৰিছিল।

হেমিংওৱেই যিয়েই লিখিছিল সিয়েই বিতৰ্কৰ সৃষ্টি কৰিছিল। জীৱনৰ শেষৰ পিনে তেওঁৰ শেহতীয়া কিতাপবোৰ লৈ সমালোচকসকলে যেতিয়া নিজৰ ভিতৰতে বাক্‌বিতণ্ডা কৰি আছিল, তেতিয়া সেইবোৰৰ লেখকজনে তেওঁৰ চতুৰ্থ পত্নীৰ লগত

কিউবাত এক নীৰৱ আৰু নিঃসঙ্গ জীৱন-যাপন কৰি আছিলগৈ। অৱশ্যে জীৱনৰ শেষৰ দিনে তেওঁ আকৌ আমেৰিকালৈ উভতি আহিছিল।

অৱশেষত আৰ্গেষ্ট হেমিংওৱেৰ মৃত্যু হৈছিল তেওঁৰ জীৱন-যাপন প্ৰণালীৰ সতে ৰজিতা খুৱাই—অৰ্থাৎ ভয়ংকৰভাৱে। কিছুদিনৰ পৰা তেওঁ উদগ্ৰ স্নায়ুৰোগ আৰু জণ্ডিছ ৰোগত ভুগি আছিল আৰু মিন্নেছোটাৰ ৰচেষ্টাৰৰ মেয়ো ক্লিনিকত কেবামাহো থাকিব লগা হৈছিল। তাৰ পিছত ১৯৬১ চনৰ জুলাই মাহৰ ২ তাৰিখে ইডাহোত থকা কেট্‌চাম নামৰ চহৰত নিজা বাসভৱনত হেমিংওৱেই দুইনলীয়া বন্দুক এটা মুখত সুমুৱাই ট্ৰিগাৰ টিপি দিছিল। এইদৰেই এই অসাধাৰণ লেখকজনে নানা মৃত্যু, নানা সন্ত্ৰাস, নানা বিপদৰ জীৱন্ত চিত্ৰৰে পাঠকসকলক অহৰহ চমক খুৱাই থকাৰ দৰেই এনে এক ভয়ংকৰ মৃত্যুৰেই একেধৰণে চক্ খুৱাই দিছিল। সঁচায়ে, সমগ্ৰ আমেৰিকান সাহিত্য আন কোনো লেখকৰ ৰচনাতেই হেমিংওৱেৰ দৰে জীৱনৰ এই তিক্ততা, জীৱনৰ এই উপমতা, জীৱনৰ এই ব্যৰ্থতা আৰু জীৱনৰ এই মহিমা এনে শক্তিশালী-ভাৱে চিত্ৰিত হোৱা নাই।

# উইনষ্টন চার্চিল

উইনষ্টন লিওনার্ড স্পেন্সাৰ চাৰ্চিল,—ইংলণ্ডৰ এসময়ৰ এই বিখ্যাত প্ৰধানমন্ত্ৰীজন কিন্তু কেৱল এজন সফল ৰাজনীতিজ্ঞই নাছিল, তেওঁ আছিল একাধাৰে ৰাজনীতিজ্ঞ, যোদ্ধা, সাংবাদিক, ঐতিহাসিক, বাগ্মীবৰ, কূটনীতিবিদ আৰু সাহিত্যিক। পিছে ইমানবোৰ গুণৰ সমাহাৰ হোৱা স্বত্বেও তেওঁ প্ৰশংসিত হৈছিল যি উচ্চ আবেগেৰে, ধিক্কৃতো হৈছিল সেই একে পৰিমাপৰ নিন্দাৰে। ইংলণ্ডৰ পাঁচগৰাকী ৰজাৰ তলত সুদীৰ্ঘ ৰাজনৈতিক জীৱন অতিবাহিত কৰা চাৰ্চিল হাউচ অব্ কমন্সত আটাইতকৈ ঘৃণীত সদস্য আছিল, আনহাতে নেতা হিচাপে তেওঁক উন্মাদৰ দৰে ভালপোৱা ব্ৰিটিছ জনগণৰ এনে প্ৰিয়পাত্ৰ হব পৰাটোও এটা লেখত ল'বলগীয়া কথা।

১৮৭৪ চনৰ ৩০ নৱেম্বৰ তাৰিখে লৰ্ড ৰেন্‌ডলফ্ চাৰ্চিলৰ তৃতীয় পুত্ৰ উইনষ্টন চাৰ্চিলৰ পৈত্ৰিক ঘৰ ব্লেনহেম পেলেছত জন্ম হৈছিল। তেওঁৰ মাক জেনী জেৰোম্ আমেৰিকান মহিলা আছিল—যাৰ বৈভৱ আছিল প্ৰচুৰ আৰু সৌন্দৰ্য্য আছিল অতুলনীয়। সময়ৰ আগতেই জন্ম হোৱা আৰু ডাঙৰ হৈ জীৱনৰ সকলোতে কৃতকাৰ্য হ'ব খোজাৰ প্ৰবল তাড়নাৰ বাবে চাৰ্চিলে তেওঁৰ সম-সাময়িক লোকৰ মাজত 'Young Man in a Hurry' বুলি অভিহিত হৈছিল। সৰুৰে পৰা তেওঁ যুঁজাৰু প্ৰকৃতিৰ আছিল, ধাইক নগুৰ-নাগতি কৰিছিল, শিক্ষককো ঠাট্টা-মস্কৰা কৰিছিল।

উইনষ্টনৰ দুবছৰ হোৱাৰ আগতেই তেওঁৰ ককাক আয়াৰলেণ্ডৰ ভাইচৰয় হৈছিল, আৰু তাত তেওঁ বাল্যকালৰ বহুকেইবছৰ ডাবলিনতে অতিবাহিত কৰিছিল। তেতিয়াই তেওঁৰ নানাধৰণৰ দুষ্টামী প্ৰকট হৈ উঠিছিল। চাৰ্চিলে তেওঁৰ নিজৰ খেলবোৰ নিজেই উদ্ভাৱন কৰিছিল আৰু সেই খেলবোৰৰ ভিতৰত তেওঁৰ আটাইতকৈ প্ৰিয় খেল আছিল সৰু সৰু টিনৰ পুতলা সৈন্যক লৈ যুদ্ধ যুদ্ধ খেলা। তেওঁৰ তেনেকুৱা শতাধিক সৈন্য আছিল। পুতেকৰ সেই যুদ্ধৰ ধেমালি চাই দেউতাক ৰেন্‌ডলফ্ চাৰ্চিলে বুজিছিল যে তেওঁৰ পুতেক এদিন এজন ডাঙৰ সেনাধ্যক্ষ হ'ব।

সাত বছৰ বয়সত উইনষ্টনক এছকটলৈ পঢ়িবলৈ পঠিওৱা হ'ল। ইংলণ্ডৰ বিখ্যাত ইটন স্কুলৰ সেইখনেই প্ৰবেশদ্বাৰ বুলিব পাৰি। কিন্তু প্ৰথমৰে পৰা তেওঁৰ তেনে আনুষ্ঠানিক শিক্ষাৰ প্ৰতি বেচ এটা বিতৃষ্ণা সোমাই গৈছিল, বিশেষকৈ লেটিন বিষয়টোক তেওঁ ঘৃণাই কৰিছিল। স্কুলত তেওঁ শিক্ষকৰ হাতত প্ৰায়ে প্ৰহৃত হৈছিল যদিও বশ নামানিছিল। এবাৰতো প্ৰধান শিক্ষকৰ টুপীটোকে গুৰিয়াই টুকুৰা টুকৰ

কৰি পেলাইছিল যাৰ বাবে তেওঁ অৱশেষত ছাত্ৰসকলৰ মাজত বীৰৰ সম্মান লাভ কৰিছিল।

মাকবাপেকে এছকটৰ পৰা উইনষ্টনক ব্ৰাইটনৰ স্কুল এখনলৈ এই আশাতে বদলী কৰি লৈ গৈছিল যে মহিলাই চলোৱা সেইখন স্কুলত পুতেকৰ স্বাস্থ্য আৰু আচাৰ-আচৰণৰ উন্নতি হ'ব। পিছে চাৰ্চিলে সেই স্কুলতো একেই দুষ্টালী কৰি আছিল—শিক্ষয়িত্ৰীক ভৰিৰে গুৰিয়াইছিলও। সেই শিক্ষয়িত্ৰীয়ে পিছত স্মৃতি ৰোমন্থন কৰি কৈছিল—'মই সেইসময়ত চাৰ্চিলক পৃথিৱীৰ ভিতৰতে দুষ্ট ল'ৰা বুলি ভাবিছিলোঁ'। অৱশ্যে উইনষ্টনে ব্ৰাইটনত থাকি ভালেই পাইছিল, কাৰণ তাত তেওঁ এছকটতকৈ নানা বাহিৰা মনোমত কাম—যেনে সাঁতোৰা, ঘোঁৰাত উঠা আৰু 'ট্ৰেজাৰ আইলেণ্ড' আৰু 'কিং ছলোমনছ মাইন' আদিকে ধৰি নানা প্ৰিয় গল্প কিতাপ পঢ়াৰ সুবিধা পাইছিল।

ব্ৰাইটনত তিনি বছৰ থকাৰ পিছত তেওঁৰ বেয়া স্বাস্থ্যৰ কথা ভাবিয়ে ইটনলৈ নপঠাই হেৰোলৈ পঠোৱা হৈছিল। নামভৰ্তিৰ পৰীক্ষাটো লেটিনেৰে দিব লগা হোৱাত চাৰ্চিলে উত্তৰত একোকে নিলিখি কেইটামান ক'লা চিয়াহীৰ দাগ লগাই থ'লে। পিছে ক্লাছত একেবাৰে তলৰ স্থান পোৱা ল'ৰাটো যে বুদ্ধিহীন আছিল এনে নহয়, তেওঁৰ নিজৰ পছন্দৰ পঢ়াশুনা হ'লে তাতহে মনোযোগ দিব পাৰিছিল। তেওঁৰ আত্মজীৱনী 'My Larly Life-ত এই সময়ৰ কথা মনত পেলাই চাৰ্চিলে লেখিছিল—'যি মোৰ যুক্তি, কল্পনা আৰু আগ্ৰহ উদ্দীপ্ত কৰিব নোৱাৰে, তাক মই শিকিব নোৱাৰিছিলোঁ বা নুখুজিছিলোঁ।'

ধ্ৰুপদী সাহিত্যৰ প্ৰতি তেওঁৰ কোনো আগ্ৰহ নাছিল, তেনেকৈ আগ্ৰহ নাছিল ফুটবল, ক্ৰিকেট আদি খেলৰ প্ৰতিও। কিন্তু তৰোৱাল চালনা বিদ্যাত তেওঁ পাকৈত আছিল আৰু সোতৰ বছৰ বয়সতে তাত চেম্পিয়ন হৈছিল। আচলতে বিপজ্জনক খেলাধূলাৰ প্ৰতিহে তেওঁৰ ৰাপ আছিল। এবাৰ বোলে বাগৰৰ বটলত থাৰ বাৰুদ ভৰাই বোমাৰ দৰেকৈ ভূতৰ ঘৰ বুলি কুখ্যাত এটা ঘৰলৈ দলিয়াই চাৰ্চিল নিজেই প্ৰায় মৰিবলৈ ওলাইছিল। এইবোৰ দেখি শুনি তেওঁৰ দেউতাকে তেওঁক ছেণ্ডহাৰ্ষ্টৰ বিখ্যাত সৈনিক স্কুলত ভৰ্তি কৰি দিছিল। অৱশ্যে নামভৰ্তিৰ পৰীক্ষাত খুব বেয়া কৰা বাবে সকলোৱে হীন চকুৰে চোৱা, বিত্তবান ঘৰৰ অথচ মগজহীন ল'ৰাই স্থান পোৱা অশ্বাৰোহী দলৰ বাবেহে তেওঁৰ প্ৰৱেশ মঞ্জুৰ কৰা হৈছিল।

এই ছেণ্ডহাৰ্ষ্টেই উইনষ্টন চাৰ্চিল বোলা প্ৰকৃত মানুহজনক গঢ় দিছিল। তেওঁ ভৱিষ্যৎ জীৱনৰ উদ্দেশ্য বিচাৰি পাইছিল আৰু যুদ্ধৰ প্ৰয়োজনীয় বহুত কথাই যেনে—মেপ প্ৰস্তুত, দুৰ্গ তৈয়াৰ, শাসন, ৰণকৌশল, মিলিটাৰী আইন আদি গভীৰ

মনোযোগেৰে অধ্যয়ন কৰিছিল। তেওঁৰ পেহীয়েক এগৰাকীয়ে তেতিয়াৰ ইংলণ্ডৰ প্ৰধানমন্ত্ৰী গ্লেডষ্টোনৰ সৌহাৰ্ত স্বৰূপ লৰ্ড টুইড্‌মাউথ বিয়া কৰোৱা বাবে কনজাৰ্‌ভেটিভ্‌ বা লিবাৰেল যিকোনো দলৰে নানা ৰাজনৈতিক আলোচনা খোৱা মেজতে হওক বা পাৰ্লিয়ামেণ্টতে হওক তেওঁ শুনাৰ সুযোগ পাইছিল। এইদৰে মাত্ৰ উনৈশ বছৰ বয়সতে চাৰ্চিল ৰাজনীতিৰ প্ৰতিও ঢাল খাইছিল। তেওঁৰ প্ৰথম বক্তৃতা আছিল স্কুলজীৱনৰ শেষৰ পিনে যেতিয়া তেওঁ মহিলা এগৰাকীৰ মাদক দ্ৰব্য সেৱনৰ বিৰুদ্ধে চলোৱা প্ৰচাৰৰ বিপক্ষে লণ্ডনৰ মিটিং এখনত জ্বালাময়ী বক্তৃতা দিছিল আৰু জীৱনৰ সেহ প্ৰথম বক্তৃতাটোতেই সেই কম বয়সত দিয়া বক্তৃতাটোতেই তেওঁ মানুহক ইমান উদ্বুদ্ধ আৰু উত্তেজিত কৰি তুলিছিল যে শ্ৰোতাসকলে তাৰ পিছত গৈ মহিলা গৰাকীৰ শোভাযাত্ৰাৰ সকলো প্লেকাৰ্ড ফালি ছিঁৰি ধ্বংসৰ তাণ্ডৱলীলা খেলিছিল।

পিছলৈ পৃথিবী বিখ্যাত বক্তাত পৰিণত হোৱা চাৰ্চিলৰ 'S' আখৰটো উচ্চাৰণ কৰাত কিন্তু খুব অসুবিধা হৈছিল, অৱশ্যে সি তেওঁক দমাব পৰা নাছিল।

ছেণ্ডহাৰ্ষ্টত উইনষ্টনে কৰা পৰিশ্ৰমৰ সুফল পাইছিল আৰু তেওঁ দুইনম্বৰ কমিছনো লাভ কৰিছিল। কিন্তু অকালতে মৃত্যু হোৱা দেউতাকে তেওঁৰ এই সফলতা চাই যাব নোৱাৰিলে।

অশ্বাৰোহী বিষয়া হিচাপে চাৰ্চিলে কিন্তু সেই শান্তিপূৰ্ণ জীৱনতে সন্তুষ্ট হৈ থাকিব নোৱাৰিছিল। গতিকে সেই সময়ত কিউবাত স্পেনীছ কৰ্তৃপক্ষ আৰু গেৰিলা সকলৰ মাজত চলি থকা যুদ্ধই তেওঁৰ মনোযোগ আকৰ্ষণ কৰাত ইংলণ্ডৰ ডেইলী গ্ৰাফিক নামৰ কাকতৰ বাতৰি যোগনীয়াৰ হিচাপে কিউবালৈ গুছি গৈছিল। পিছে মহ আৰু মেলেৰীয়াৰ ৰাজত্ব চলা হাবি অঞ্চলত কেই সপ্তাহমান ঘূৰি পকি কাকতৰ বাবে সংবাদ যোগাই শেষত অতাষ্ঠ হৈ উইনষ্টন চাৰ্চিল পুনৰ ইংলণ্ডলৈ উভতি আহিছিল।

ইয়াৰ পিছত চাৰ্চিলৰ অশ্বাৰোহী সৈন্য দলটোক ভাৰতবৰ্ষলৈ পঠোৱা হৈছিল। তেতিয়া তেওঁৰ বয়স আছিল বাইশ বছৰ। ভাৰতৰ বাংগালোৰত তেওঁলোকক ৰখা হৈছিল। কুচকাৱাজ কৰাৰ বাহিৰে তাত আন একো কাম নথকাত চাৰ্চিল অধৈৰ্য হৈ পৰিছিল। তেতিয়া তেওঁ ইংলণ্ডৰ পৰা মগাই নি এইবোৰ বিখ্যাত গ্ৰন্থ পঢ়িয়ে আজৰি সময় কটাইছিল—প্লেটোৰ 'ৰিপাব্লিক', মেকলেৰ 'হিষ্টৰি অৱ ইংলেণ্ড' আৰু গিব্বনৰ 'ডিক্লাইন্ এণ্ড ফল্ অৱ দ্য ৰোমান্ এম্পায়াৰ'। ঘাইকে সময় কটোৱাৰ বাবে পঢ়িলেও এই মহৎ গ্ৰন্থবোৰে তেওঁক অতিশয় প্ৰভাৱান্বিত কৰিছিল। ইয়াৰ পৰিচয় পোৱা যায় পিছত তেওঁ-লেখা গ্ৰন্থবোৰত আৰু বিখ্যাত ভাষণবোৰত।

ভাৰতবৰ্ষলৈ যোৱাৰ এবছৰ পিছত উত্তৰ পশ্চিম সীমান্তত পাঠান বিদ্ৰোহ আৰম্ভ হোৱাত চাৰ্চিলে কৰ্ণেলৰ পৰা নানা ছল চাতুৰি কৰি তালৈ সুদূৰ বাতৰি যোগনীয়াৰ

হৈ যোৱাৰ অনুমতি আদায় কৰিছিল। স্বেচ্ছাই বৰণ কৰা সেই ভয়ংকৰ অভিজ্ঞতাৰ ভেটিত তেওঁ পঠোৱা লিখনীবোৰক আৰু তেওঁৰ সাহসক কৰ্তৃপক্ষই যথোচিত বাহবা দিছিল। এই অভিজ্ঞতাবোৰকে অলপ বহলাই লেখি উলিওৱা চাৰ্চিলৰ প্ৰথম গ্ৰন্থ আছিল—The Story of Malakad field force'। সেই সময়ত তেওঁৰ তেইশ বছৰ পাৰ হৈছিলহে মাথোঁ। কিতাপখন বেচ বিক্ৰি হৈছিল আৰু চেকেণ্ড লেফ্‌টেনেণ্ট হিচাপে তেওঁৰ দুবছৰৰ দৰমহাতকৈও কিতাপখনৰ পৰা বেচি আয় হৈছিল। এই সফলতাৰ উৎসাহতে তেওঁ Savrola নামেৰে উপন্যাস এখনো লেখিবলৈ আৰম্ভ কৰিছিল। কিন্তু উইনষ্টন চাৰ্চিলৰ প্ৰথম পৰিচয় হ'ল তেওঁ এজন যোদ্ধা সেয়ে চুডানত আৰম্ভ হোৱা দৰবেশ সকলৰ লগত যুদ্ধখনত পুনৰ তেওঁ যুদ্ধৰ বাতৰি যোগনীয়াৰ হৈ গৈছিল। অৱশ্যে এইবাৰ তেওঁৰ মাকেই ওপৰ মহলত তেওঁৰ ব্যক্তিগত প্ৰভাৱ খটুৱাই চাৰ্চিলক এই নিযুক্তি দিয়াইছিল।

চুডানৰ যুদ্ধত চাৰ্চিলৰ যোদ্ধা আৰু লেখক এই দুয়োটা দিশতে সুনাম বিয়পি পৰিছিল। এই যুদ্ধৰ ভেটিত লেখা চাৰ্চিলৰ 'The River War' গ্ৰন্থখন পাঠক সমালোচক উভয়ৰে দ্বাৰা অতি সমাদৃত হৈছিল আৰু দামী কিতাপ হোৱা স্বত্বেও তাৰ দ্বিতীয় সংস্কৰণো ওলাইছিল।

চাৰ্চিলৰ যেতিয়া ২৪ বছৰ হৈছিল তেতিয়া তেওঁ ইংলণ্ডলৈ উভতি আহিছিল আৰু এইবাৰ ৰাজনীতিতো ভাগ লোৱাৰ মানসেৰে টোৰী দলৰ হৈ ওল্ডহাম নামৰ ঠাইখনৰ উপনিৰ্বাচনৰ এজন প্ৰাৰ্থী হৈছিল। পিছে এই নিৰ্বাচনত তেওঁ পৰাজিত হৈছিল আৰু পুনৰ সৈন্যদললৈ উভতি গৈছিল।

এইবাৰ উইনষ্টন, চাৰ্চিলৰ কৰ্মস্থলী আছিল দক্ষিণ আফ্ৰিকা। তাত তেতিয়া কুখ্যাত বুৱাৰ যুদ্ধ আৰম্ভ হৈ গৈছিল আৰু ৰক্ষণশীল দলৰ ব্ৰিটিছ চৰকাৰে দক্ষিণ আফ্ৰিকাত চলোৱা সেই নৃশংস যুদ্ধৰ বাবে নিজ দেশত ৰেডিকেল আৰু লিবাৰেল সকলৰ কঠোৰ সমালোচনাৰো সম্মুখীন হ'ব লগা হৈছিল। ফলত চৰকাৰৰ সেই তিনি বছৰীয়া যুদ্ধখনত যথেষ্ট সন্মান হানি হৈছিল আৰু সমগ্ৰ বিশ্বতে অপযশ আৰ্জিব লগা হৈছিল। চাৰ্চিল সেই যুদ্ধত Morning Post নামৰ কাকতৰ পুনৰ সংবাদদাতা হিচাপে যোগ দিবলৈ গৈছিল আৰু সৈন্য-সামন্ত কঢ়িওৱা যিখন ৰেলগাড়ীত তেওঁ গৈছিল সেইখন লাইনচ্যুত হৈছিল। তেতিয়া তাৰ যাবতীয় ভাৰ তেওঁৱেই কান্ধত তুলি লৈছিল যদিও পিছত তেওঁ বুৱাৰসকলৰ হাতত ধৰা পৰি বন্দী হ'ব লগাত পৰিছিল। পিছে তেওঁ পলাই সাৰিবলৈ সক্ষম হৈছিল আৰু তেওঁক ধৰা পেলাব পাৰিলে ২৫ পাউণ্ড পুৰস্কাৰ দিয়াৰ ঘোষণা কৰা হৈছিল। তেওঁৰ জীৱনৰ মূল্য মাত্ৰ ২৫ পাউণ্ড –চাৰ্চিলৰ ক্ষোভৰ সীমা নাছিল।

চাৰ্চিলে দক্ষিণ আফ্ৰিকাৰ চৰকাৰৰ চকুত ধূলি মাৰি এখন মালবাহী ট্ৰেইনৰ উপৰ বাণ্ডিলৰ তলত লুকাই পলাই আহিবলৈ সক্ষম হৈছিল। তেতিয়া তেওঁৰ বয়স আছিল মাত্ৰ পঁচিশ বছৰ। চাৰ্চিলে তেওঁৰ এই সফল আৰু সাহসী পলায়নৰ বাবে সকলোৰে দ্বাৰা প্ৰশংসিত হ'লেও তেওঁ যে তেওঁৰ প্ৰতিবেদনবোৰত বুৱা'ৰ সকলৰ উচ্চ নৈতিকতা আৰু ইংৰাজ সৈন্যৰ তুলনাত প্ৰতিজন বুৱা'ৰসৈন্যৰ শ্ৰেষ্ঠতাৰ কথা লেখিছিল সেই কথা ইংৰাজ মিলিটাৰী কৰ্তৃপক্ষই একেবাৰে পছন্দ কৰা নাছিল। সেয়ে এদল মিলিটাৰী অফিচাৰে তেওঁক তেনে সূৰ্বকামী নকৰিব'ল টেলিগ্ৰামো কৰিছিল। কিন্তু জনগণৰ ইমান প্ৰশংসা লাভ কৰাৰ পিছত কম বয়সীয়া ডেকা এজনেনো সেই প্ৰশংসাৰ উৎসৰ দুৱাৰ কিয় ৰুদ্ধ কৰি পেলাব?

ইয়াৰ পিছত ইংলণ্ডলৈ উভতি আহি চাৰ্চিলে আকৌ এবাৰ নিৰ্বাচনত নামিছিল। কিন্তু পাৰ্লিয়া'মেণ্টত প্ৰবেশ কৰাৰ যোগ্যতা অৰ্জাৰ আগতে তেওঁ ইংলণ্ড আৰু আমেৰিকাত ঘুৰি পকি এলানি বক্তৃতা দি ফুৰিছিল যাৰ দ্বাৰা তেওঁ ইংলণ্ডত পাঁচ হাজাৰ পাউণ্ড আৰু আমেৰিকাত দহ হাজাৰ পাউণ্ড সংগ্ৰহ কৰিব পাৰিছিল। আমেৰিকাত মাৰ্ক টোৱেইনে তেওঁৰ পৰিচয় কৰাই দিছিল এইবুলি—'নিঃসন্দেহে এজন নিখুঁত মানুহ—ইংৰাজ পিতৃৰ আৰু আমেৰিকান মাতৃৰ পুত্ৰ যেতিয়া।

এইদৰে কিতাপৰ বিক্ৰি আৰু বক্তৃতাৰ ফলত চাৰ্চিলে এশ হাজাৰ ডলাৰ লাভ কৰিছিল। ভাগ্যদেবী সুপ্ৰসন্ন হোৱা এই ছাব্বিশ বছৰীয়া ডেকাজনে সেই বয়সতে সেইবাৰ পাৰ্লামেণ্টৰ নিৰ্বাচনত জিতি হাউছ অৱ কমন্সৰ সদস্যও হৈছিল। কোৱা বাহুল্য, তেওঁ যেতিয়া কিবা ক'বলৈ উঠে তেতিয়া সেই ব্যক্তব্য নিজস্ব চিন্তা-ভাবনাৰে সমৃদ্ধ হওকেই বা নহওকেই শ্ৰোতাক কিন্তু মন্ত্ৰমুগ্ধৰ দৰে কৰি ৰাখে, তেওঁলোকে কোনোদিন নুশুনা কথাৰ দৰে তেওঁৰ প্ৰতিটো কথাই যেন গিলে। অসাধাৰণ বাক্ শক্তিৰ এই মানুহজনে কিন্তু একো নতুন কথা শুনাব পৰা নাছিল। আচলতে চাৰ্চিল আছিল এজন পুৰণি ধ্যান-ধাৰণাৰ মানুহ, সাম্ৰাজ্যবাদী মনোভাবেৰে এই মানুহ জনৰ কাণত ইউৰোপৰ বৈপ্লৱিক কোনো ধৰণৰে আগমন বাৰ্তা ধ্বনিত হোৱা নাছিল অথবা দেউতাকৰ গোঁড়া মানসিকতাৰ উপযুক্ত উত্তৰাধিকাৰী এই উইলষ্টন চাৰ্চিলে নতুনক আদৰি ল'ব নোৱাৰিছিলও। কিন্তু বক্তা হিচাপে তেওঁ ইমানেই অসাধাৰণ আছিল যে শ্ৰোতাই ধৰিবই পৰা নাছিল যে চাৰ্চিলে তেওঁলোকৰ চিন্তা বা কল্পনাক উদ্দীপ্ত কৰা কোনো ধৰণৰ নতুন কথা কোৱা নাছিল। আচলতে তেওঁৰ জীৱনীকাৰ এজনে কোৱাৰ দৰে চাৰ্চিল আছিল কামৰ মানুহ, চিন্তাশীল মানুহ নহয়। চাৰ্চিলে নিজেও বিশ্বাস কৰিছিল যে তেওঁ পূৰ্বপুৰুষৰ বিশেষকৈ ডিউক অৱ মাৰ্লবৰো জন চাৰ্চিলৰ ঐতিহ্যকে গৌৰৱেৰে বহন কৰিছিল—যি আছিল একাধাৰে ৰাজনীতিজ্ঞ

আৰু যোদ্ধা। কাৰণ এই ডিউক্ অব মাৰ্লবৰো যে কেৱল এজন তাণ্ডৱ সেনাধ্যক্ষ আছিল এনে নহয়, তেওঁ সমগ্ৰ ইংলণ্ডৰো এক প্ৰকাৰ শাসনকৰ্তাৰ দৰেই হৈ পৰিছিল।

চাৰ্চিলৰ ৰসিকতাবোধ, বুদ্ধিদীপ্ত কথাৰ উত্তৰ-প্ৰত্যুত্তৰৰ ক্ষমতা আছিল অসাধাৰণ। বিৰোধীদলৰ সদস্যসকলৰ লগত নানা ধৰণৰ কথা কটাকটি কৰি পাৰ্লামেণ্ট সৰস তথা গৰম কৰি ৰাখিছিল। তেওঁৰ শত্ৰুসকলে এনে কথাও প্ৰচাৰ কৰিছিল যে তেওঁ বিৰোধিতাৰ হকেই বিৰোধিতা কৰিছিল। সেই সময়ত তেওঁ নিজে ৰক্ষণশীলৰ দলৰ এম. পি. হৈয়ো সেই দলক বৰকৈ সমালোচনা কৰিবলৈ আৰম্ভ কৰিছিল বিশেষকৈ বুৱা'ৰ যুদ্ধৰ কথালৈ। তাৰপিছত তেওঁৰ দলৰ অস্বস্তিত পেলাই চাৰ্চিল গৈ লিবাৰেল দলৰ সদস্যসকলৰ লগত বহিছিল। ১৯০৬ চনত, অৰ্থাৎ তাৰ তিনি বছৰ পিছত যি সাধাৰণ নিৰ্বাচন হৈছিল তাত লিবাৰেল দলে কনজাৰভেটিভ্ দলক পৰাজিত কৰি ক্ষমতা দখল কৰিছিল আৰু তেওঁলোকে উইনষ্টন চাৰ্চিলক ব্ৰিটিছ উপনিবেশবোৰৰ আণ্ডাৰ চেক্ৰেটাৰী পাতিছিল।

ইয়াৰ পিছত মহিলাৰ ভোটাধিকাৰ কিবা এটা অনুষ্ঠানৰ বিৰোধিতাৰ বাবে চাৰ্চিল এটা সমষ্টিৰ নিৰ্বাচনত হাৰিছিল যদিও আন এটা সমষ্টিত জিতি পুনৰ কেবিনেটত ঠাই পাই প্ৰেছিডেণ্ট অব দ্য ব'ৰ্ড অব্ ট্ৰেড হৈছিল। এই সময়তে অৰ্থাৎ ১৯০৮ চনত তেওঁ ক্লিমেণ্টাইন্ হোজিয়েৰ নামৰ সুন্দৰী আৰু নানা দিশত পাৰদৰ্শী মহিলা এগৰাকীক বিয়া কৰাইছিল। তেওঁলোকৰ সুখী দাম্পত্য-জীৱন প্ৰবাদৰ দৰেই হৈ পৰিছিল।

চাৰ্চিলৰ উত্থান অব্যাহত আছিল। ৩৬ বছৰ বয়সত তেওঁ দেশৰ গৃহ সচিব হয় আৰু তাৰ এবছৰ পিছতে হয় ফাৰ্ষ্ট লৰ্ড অব্ এডমিৰালটি। কিন্তু এই জীৱন আছিল কণ্টকপূৰ্ণ। নিজ দেশৰ বা ইংলণ্ডৰ উপনিবেশবোৰত যি সৰু-বৰ অশান্তি বা সংঘাত হয়, তাৰ বাবে চাৰ্চিলেই দোষী সাব্যস্ত হয়। সেই সময়ত ইউৰোপৰ পটভূমি অন্ধকাৰাচ্ছন্ন হৈ উঠিছিল। দেশবোৰে গোপনে অস্ত্ৰ-শস্ত্ৰ মজুত কৰিবলৈ ধৰিছিল। ১৯১৪ চনত ইংৰাজ-জাৰ্মান সম্পৰ্ক অতি বেয়াৰ পিনে ঢাল খাইছিল। তাৰপিছত ১৯১৪ চনৰ ২৮ জুন তাৰিখে অষ্ট্ৰিয়াৰ যুৱৰাজ এজনক হত্যা কৰাৰ ফলত প্ৰথম মহাসমৰৰ আৰম্ভণি হৈছিল আৰু তাত ক্ৰমে ক্ৰমে ইউৰোপৰ বহু দেশেই লিপ্ত হৈ পৰিছিল। ইংলণ্ডেও অৱশেষত সেই মহাসমৰত অৱতীৰ্ণ হ'ব লগা হৈছিল আৰু জাৰ্মানীৰ বিৰোধী দেশবোৰৰ লগত হাত মিলাইছিল।

এই মহাসমৰৰ প্ৰথম অৱস্থাত চাৰ্চিলৰ খুবেই প্ৰতাপ প্ৰতিপত্তি আছিল। তেওঁ সমগ্ৰ যুদ্ধৰ কলা-কৌশলতেই এক বৈপ্লৱিক পৰিবৰ্তন আনি দিছিল। বিশেষকৈ

স্থলযুদ্ধত টেংকৰ ব্যৱহাৰ প্ৰথমতে তেৱেঁই কৰিছিল বুলি ক'ব পাৰি। কিন্তু চাৰ্চিলৰ একনায়কত্বই সদায়ে তেওঁৰ এদল বিৰোধীৰ সৃষ্টি কৰিছিল যি সংখ্যাত আছিল বুজন ধৰণৰ। যুদ্ধ দীৰ্ঘদিনীয়া হোৱাৰ ফলত তেওঁৰ শত্ৰুৰ সংখ্যাও বাঢ়ি গৈছিল। তাৰ পিছত এন্টোৱাৰ্প আৰু ডাৰ্ডানেলিছত যি বিপৰ্যয় ঘটিছিল তাৰ বাবে চাৰ্চিলকে দোষী সাব্যস্ত কৰি সেই যুদ্ধৰ দহ মাহ পিছত তেওঁক লৰ্ড অব্ এডমিৰাল্টি পদৰ পৰা আঁতৰোৱা হৈছিল। তাৰো পাঁচ মাহ পিছত তেওঁক মন্ত্ৰীসভাৰ পৰাই বহিষ্কাৰ কৰা হৈছিল।

অৱশ্যে চাৰ্চিল তেতিয়াও হাউছ্ অব্ কমন্সৰ সদস্য হৈয়ে আছিল আৰু সেই ক্ষমতাৰে তেওঁ যুদ্ধখনত ক্ষমতাসীনসকলে নানাধৰণে কি ভুল কৰি আছে সেইবোৰলৈ আঙুলিয়াই দি থাকিছিল।

তথাপি এই সময়ত চাৰ্চিল আছিল এজন অৱসৰপ্ৰাপ্ত ব্যক্তি। তেওঁ পেইন্টিঙকে আদি কৰি নিজৰ চখৰ নানাধৰণৰ কামত লিপ্ত হৈ থাকি সেই অৱসৰ সময়ৰ সদ্ব্যৱহাৰ কৰাৰ উপৰিও নিজৰ পাৰিবাৰিক জীৱনলৈও অলপ বেছি মনোযোগ দিব পাৰিছিল। তেওঁৰ পত্নীৰ লগত বৈবাহিক জীৱন যে বৰ মধুৰ আছিল সেই কথাৰ উল্লেখ কৰা হৈছে। তেওঁ সেই প্ৰিয় পত্নীক লৈ এখন কিতাপো লিখিছিল। সেই সময়ত অৰ্থাৎ ১৯১৬ চনত তেওঁলোকৰ ডায়ানা, ৰেনডল্ফ আৰু ছাৰা নামেৰে তিনিটা ল'ৰা-ছোৱালী হৈছিল। একেবাৰে শেহতীয়া সন্তান মেৰীৰ তাৰ ছয়বছৰ পিছতহে জন্ম হৈছিল।

পিছে চাৰ্চিলৰ সৌভাগ্যৰ ৰাব পুনৰ উদয় হ'ল। তেওঁ লাহে লাহে ক্ষমতালৈ ঘূৰি আহিব ধৰিলে কাৰণ ইংলণ্ডৰ চৰকাৰ একেই হৈ থকা নাছিল। তাৰপিছত প্ৰধানমন্ত্ৰী লয়েড জৰ্জে সকলো বিৰোধিতা আওকান কৰি চাৰ্চিলক অস্ত্ৰ-শস্ত্ৰৰ ভাৰপ্ৰাপ্ত মন্ত্ৰী পাতিছিল। ইয়াৰ পিছত যুদ্ধবিৰতি ঘোষিত হৈছিল আৰু চাৰ্চিলক যুদ্ধৰ মন্ত্ৰী পাতি বায়ু মন্ত্ৰণালয় তেওঁৰ অধীনত ৰখা হৈছিল। তেওঁক পুনৰ উপনিবেশ মন্ত্ৰণালয়লৈও বদলী কৰা হৈছিল। ইতিমধ্যে তেওঁ লিবাৰেল দলৰ পৰা পদত্যাগ কৰি ৰক্ষণশীল দলত যোগদান কৰিছিল। ১৯২৪ চনত ৰক্ষণশীল দলে ইংলণ্ডৰ ক্ষমতা দখল কৰিছিল আৰু প্ৰধানমন্ত্ৰী ষ্টেন্‌লী বল্ডুইনে চাৰ্চিলক 'চেন্সেলৰ অব্ দ্য এক্স্‌চেকাৰ'ৰ দৰে সন্মানিত পদত নিয়োজিত কৰিছিল।

চাৰ্চিলৰ এনেদৰে মত সলনি কৰা স্বভাৱটোৰ বাবে তেওঁ চোকা সমালোচনাৰ সন্মুখীন হ'ব লগা হৈছিল। কিন্তু চাৰ্চিলে সেইবোৰৰ উত্তৰ দিছিল তেওঁৰ স্বভাৱজাত বাকপটুতাৰে। তাৰপিছত ১৯২৯ চনত লিবাৰেল দলৰ দ্বাৰা সমৰ্থিত হৈ লেবাৰ পাৰ্টিয়ে পুনৰ ইংলণ্ডৰ মন্ত্ৰীসভা গঠন কৰাৰ ক্ষমতা লাভ কৰিলে। তেওঁলোকে

বল্ড্ইনক এই চৰ্ততে প্ৰধানমন্ত্ৰী কৰি ৰাখিলে যে তেওঁ চাৰ্চিলক মন্ত্ৰীসভাৰ পৰা অপসাৰণ কৰিব। এনেকৈ ক্ষমতাচ্যুত হোৱা চাৰ্চিলৰ বয়স তেতিয়া ৫৫ বছৰ আছিল। ইয়াৰ পিছত দহ বছৰলৈ এইজন বিসম্বাদী মানুহে পুনৰ কোনো ধৰণৰ ক্ষমতাৰ মুখ দেখা নাছিল।

এই সময়ছোৱাত চাৰ্চিলে গৈ চাৰ্টওয়েলৰ তেওঁৰ গাঁৱৰ ঘৰত থাকিবলৈ লৈছিল আৰু নানা ব্যস্ততাত শেষ কৰিব নোৱৰা তেওঁৰ স্মৃতিকথাখন শেষ কৰিছিল। The World Crisis নামৰ চাৰিখণ্ডৰ এই গ্ৰন্থখন তেওঁৰ সময়ৰ সৰ্বশ্ৰেষ্ঠ আৰু গুৰুত্বপূৰ্ণ ৰাজনৈতিক আৰু ঐতিহাসিক দলিল বুলি পৰিগণিত হৈছিল। এই চাৰিটা খণ্ড পাঠকৰ ইমানেই প্ৰিয় হৈছিল যে তেওঁ ৰয়েল্টিয়েই পাইছিল এশ হাজাৰ ডলাৰ। তেওঁৰ আৰু নানা ধৰণেও উপাৰ্জন হৈছিল—ডিউক অব্ মাৰ্লবৰোৰ তেওঁৰ ৰচিত জীৱনী গ্ৰন্থৰ পৰা, অ'ত ত'ত দিয়া বক্তৃতা আৰু অ'ত ত'ত লেখা প্ৰবন্ধৰ পৰা। এই সময়তে তেওঁ ঘৰ সজা বিদ্যাতো মহা পাকৈত হৈ পৰিছিল। চাৰ্চিল এজন মিস্ত্ৰি—কি যে আমোদজনক কথা!

পিছে চাৰ্চিলক মানুহে এনেকৈ ৰাজনীতিৰ পৰা আঁতৰি থাকিবলৈ নিদিলে, ফলত তেওঁ মন্ত্ৰী নহ'লেও পুনৰ পাৰ্লামেণ্টৰ সদস্য হ'ব লগাত পৰিছিল।

সেই সময়টো আছিল হিটলাৰৰ অভ্যুত্থানৰ সময়। তেওঁ জাৰ্মানীৰ অস্ত্ৰ-শস্ত্ৰ সংগ্ৰহৰ অধিকাৰ ঘোষণা কৰিলে। চাৰ্চিলৰ কিন্তু হিটলাৰৰ বিৰুদ্ধে কোনো জাতিগত বিদ্বেষ নাছিল। তেওঁ The Gathering Storm নামৰ কিতাপখনত এই কথা লেখিছিল—'নিজৰ পৰাজিত দেশৰ বাবে যি মানুহ থিয় হয়, মই তেনে মানুহক প্ৰশংসা কৰোঁ—সেই দেশৰ বিপক্ষে থাকিলেও প্ৰশংসা কৰোঁ।'

চাৰ্চিলে হিটলাৰৰ Mein Kampf খন গভীৰভাৱে অধ্যয়ন কৰিছিল আৰু জাৰ্মান সৈন্যই ইউৰোপৰ সৰু সৰু দেশবোৰক জয় কৰাৰ সাত বছৰ আগতেই হাউচ অৱ কমন্সক হিটলাৰৰ বিষয়ে সঁকিয়াই থৈছিল। কাৰণ Mein Kampf খন পঢ়ি তেওঁ হিটলাৰৰ পৃথিৱী জয় কৰাৰ সপোন আৰু সেই বিষয়ে কৰা সকলো আঁচনিৰ কথাই ভালকৈ হৃদয়ংগম কৰিব পাৰিছিল। তেওঁ হাউচ অৱ কমন্সক কৈছিল যে হিটলাৰে কোৱাৰ দৰে জাৰ্মানীয়ে ইউৰোপৰ দেশবোৰৰ লগত কেৱল সমান অধিকাৰকে বিচৰা নাই, বিচাৰিছে আধিপত্য। তেওঁ বাৰে বাৰে সঁকিয়নি দিয়াতো ইংলণ্ডৰ প্ৰধানমন্ত্ৰীৰ পৰা আদি কৰি বিৰোধী দললৈকে কাৰো গা নলৰিল, বৰং চাৰ্চিলৰ এই একদেশদৰ্শিতাত সকলো যেন বিৰক্ত হৈহে পৰিছিল। বল্ড্ইনে চাৰ্চিলক পৰম দৃঢ়তাৰে কৈছিল: 'আমাৰ এই দেশখনত ব্যাপক অস্ত্ৰ-শস্ত্ৰ জমা কৰা নহ'ব।' ইফালে নেভিল চেম্বাৰলেনে 'শান্তি'ৰ নামত হিটলাৰৰ লগত ইংলণ্ডৰ হৈ আপোচ কৰি গৈ

আছিল। তাৰ পিছত হিটলাৰে পোলাণ্ড আক্ৰমণ কৰিছিল আৰু দ্বিতীয় মহাসমৰৰ সূচনা কৰিছিল।

ইয়াৰ ফলস্বৰূপে যুদ্ধ যুদ্ধ কৰি বলিয়া হোৱা বুলি বিৰক্তিৰে উচুকিওৱা চাৰ্চিলক এতিয়া ভৱিষ্যৎদ্ৰষ্টা ঋষি বুলি গণ্য কৰা হ'ল। এই সময়ত ইংলণ্ডৰ প্ৰধানমন্ত্ৰী হৈছিল উপৰোক্ত নেভিল্ চেম্বাৰলেন আৰু অলপো বিলম্ব নকৰি তেওঁ পঁয়ষষ্ঠি বছৰীয়া চাৰ্চিলক নৌ বাহিনাৰ সেনাধ্যক্ষ পাতিছিল। এতিয়া যেন ইংলণ্ডেই চাৰ্চিল আৰু চাৰ্চিলেই ইংলণ্ড হৈ উঠিছিল। তাৰপিছত দ্বিতীয় মহাসমৰ আৰম্ভ হোৱাৰ কেইমাহমান পিছতেই চেম্বাৰলেনে পদত্যাগ কৰিবলৈ বাধ্য হৈছিল আৰু ইংলণ্ডৰ ৰজাই চাৰ্চিলক এখন সংযুক্ত মন্ত্ৰীসভা গঠন কৰিবলৈ আহ্বান কৰিছিল। ১৯৪০ চনৰ ১০ মেৰ দিনা ইংলণ্ডৰ প্ৰধানমন্ত্ৰী ৰূপে তেওঁৰ বিশ্ব বিখ্যাত প্ৰথম বক্তৃতাটো আৰম্ভ কৰিছিল এইদৰে—'I have nothing to offer but blood and toil, tears and sweet ..'

পিছে সেই সংকটৰ সময়ত চাৰ্চিলে ইংৰাজ জাতিক তেও প্ৰতিশ্ৰুতি দিয়াতকৈও বহুত বেছি দিছিল। ঐকান্তিক নিষ্ঠা, দূৰদৰ্শিতা, পাৰদৰ্শিতা আৰু সাহসেৰে সেই জাতিটোৰ সেই সংকটৰ সময়ৰ প্ৰধান আৱশ্যকীয় বস্তুটোৱে চাৰ্চিলে তেওঁলোকক দিছিল—সেইটো আছিল তেওঁৰ অসাধাৰণ নেতৃত্ব। তদুপৰি মিলিটাৰী নেতা হিচাপেও তেওঁ অতুলনীয় দূৰদৰ্শিতা আৰু জ্ঞানৰ পৰিচয় দিছিল। যুদ্ধ পৰিচালনাত তেওঁ নানা আঁচনি আৰু পৰিকল্পনা কৰি অতিশয় দক্ষতাৰ পৰিচয় দিছিল। আৱশ্যক হ'লে জল-স্থল উভয়তে সমানে চলিব পৰা টেংক, অৱতৰণ কৰিব পৰা যান, অস্ত্ৰ-শস্ত্ৰৰে সুসজ্জিত বিশেষ গাড়ীকে ধৰি নানা আধুনিক যান-বাহন তেওঁ এই যুদ্ধৰ প্ৰয়োজনত আৱিষ্কাৰ কৰিছিল।

ইয়াৰ পিছত বেলজিয়ামৰ ৰজা লিওপোল্ডে হিটলাৰৰ ওচৰত বশ্যতা স্বীকাৰ কৰিছিল, ফ্ৰান্সৰো পতন হৈছিল আৰু ৰাছিয়াই আগতেই জাৰ্মানীৰ লগত মিত্ৰতা কৰিছিল। এনে এক অৱস্থাত ইংলণ্ড অকলশৰীয়া হৈ পৰিছিল আৰু জাৰ্মানীৰ দ্বাৰা আক্ৰান্ত হোৱাৰ আশংকা ঘনীভূত হৈ আহিছিল। চাৰ্চিলে তেওঁৰ দেশবাসীক উদ্বুদ্ধ কৰাৰ বাবে প্ৰাৰ্থমানে চেষ্টা কৰিছিল। তেওঁ উদাত্ত কণ্ঠে চিঞৰিছিল—'যি দামেই দিব লগা নহওক কিয়, আমি আমাৰ দ্বীপটোক ৰক্ষা কৰিমেই। আমি সাগৰ পাৰত যুদ্ধ কৰিম, আমি এৰোপ্লেন নমা ঠাইত যুদ্ধ কৰিম, আমি পথাৰত যুদ্ধ কৰিম, আমি ৰাস্তাত যুদ্ধ কৰিম, আমি পাহাৰত যুদ্ধ কৰিম। আমি কেতিয়াও বশ্যতা স্বীকাৰ নকৰোঁ।'

চাৰ্চিলৰ এই অসীম মনোবল আৰু দৃঢ়তাই এক প্ৰকাৰ বিধ্বস্ত ইংলণ্ডক সেও

মরনাকৈ ৰাখি যুদ্ধ চলাই যাবলৈ প্ৰেৰণা আৰু সাহস যোগাইছিল। ফলত ৰাছিয়া আৰু আমেৰিকায়ো নিজৰ খুঁটি মজবুত কৰাৰ প্ৰচেষ্টাত সময় পাইছিল। চাৰ্চিলৰ বাবেই মিত্ৰপক্ষৰ যুটি সম্ভৱ হৈছিল। এই সময়তে আমেৰিকাৰ প্ৰেছিডেণ্ট ৰুজভেণ্টৰ লগত চাৰ্চিলৰ গভীৰ সখ্যতা গঢ়ি উঠিছিল। ষ্টেলিনৰ লগতো চাৰ্চিলৰ যি বন্ধুত্ব গঢ়ি উঠিছিল সি যিমান ৰাজনৈতিক আছিল তাতকৈ বেছি আছিল ব্যক্তিগত। দুয়োৰো চৰিত্ৰ আছিল বেপৰোৱা, আক্ৰমণাত্মক, দুয়োজনেই আছিল ডাঙৰ যোদ্ধা, দুয়ো আছিল খাদ্যৰসিক। অৱশ্যে কম্যুনিজ্‌মৰ উত্থানক চাৰ্চিলে পৰম ভীতিৰ চকুৰে চাইছিল। কিন্তু সেই চাৰ্চিলেই কৰি বছৰ পিছত হিটলাৰৰ নাজী বাহিনীৰ লগত যুদ্ধ কৰি ষ্টেলিনগ্ৰাড আৰু মস্কোক ৰক্ষা কৰা আৰু ফলস্বৰূপে লগতে ইংলণ্ডৰ পিনে আগবঢ়াৰ পৰা সেই বাহিনীক নিৰস্ত কৰাৰ ঘটনাত ৰাছিয়ান সকলক 'মহান বীৰ' বুলি অভিহিত কৰিছিল যদিও কম্যুনিজ্‌ম বিৰোধিতা অব্যাহত আছিল।

পিছে যুদ্ধ শেষ হোৱাৰ পিছত, জাৰ্মান সকল পৰাস্ত হোৱাৰ পিছত চাৰ্চিলে ছোভিয়েট ৰাছিয়াৰ প্ৰতি এটা দ্বিমুখী মনোভাব গ্ৰহণ কৰিছিল। তেওঁ উপলব্ধি কৰিছিল যে ইয়াৰ পিছত ৰাছিয়ান সকলৰ প্ৰতাপ প্ৰতিপত্তি কেৱল ইউৰোপতে নহয়, এছিয়াতো বাঢ়িব। সেয়ে তেওঁ সমস্ত ইংৰাজভাষী জাতিবোৰৰ এখন মৰ্চা আহবান কৰিছিল—আনহাতে ৰাছিয়াৰ প্ৰতি যিকোনো যুদ্ধং দেহি মনোভাবৰো তেওঁ বিৰোধিতা কৰিছিল। তেওঁ ক্ষমতাত থাককেই বা নাথাককেই তেওঁৰ বক্তৃতাত সদায়ে কৰ্তৃত্বৰ সুৰ বিৰাজ কৰিছিল।

চাৰ্চিলে দ্বিতীয় মহাসমৰত হিটলাৰৰ কৰাল গ্ৰাসৰ পৰা ইংলণ্ডক যেনেকৈ উদ্ধাৰ কৰিলে তাতৈ চাই তেওঁ ক্ষমতাত নথকাৰ কোনো প্ৰশ্নই উঠিব নোৱাৰে যেন লাগে। কিন্তু পৰম আশ্চৰ্যৰ কথা এয়ে যে সেই মিত্ৰপক্ষৰ জয়লাভৰ মাত্ৰ দুইমাহ পিছতে যিখন সাধাৰণ নিৰ্বাচন ইংলণ্ডত অনুষ্ঠিত হৈছিল তাত উইনষ্টন চাৰ্চিলে পৰাজয় বৰণ কৰিলে! এই পৰাজয়ৰ নানা কাৰণ দৰ্শোৱা হয়: তেওঁৰ এতিয়া বয়স হৈছে বাবে যুদ্ধবিধ্বস্ত দেশখনৰ সুদক্ষতাৰে চলাব নোৱাৰিব, তেওঁ ৰক্ষণশীল দলৰ হোৱা বাবে সাধাৰণ মানুহৰ দুখ নুবুজিব—ইত্যাদি ইত্যাদি। কিন্তু কাৰণ যিয়েই নহওক, চাৰ্চিলক এই পৰাজয়ে দুখ আৰু তিক্ততাৰে পূৰ্ণ কৰি তুলিছিল। সেয়ে অতি স্বাভাৱিকভাৱেই তেওঁৰ দ্বিতীয় মহাযুদ্ধৰ ইতিহাসখনত এই তিক্ততা আৰু ক্ষোভৰ কথা লিপিবদ্ধ হৈছে।

পিছে চাৰ্চিল হ'ল অদমনীয় মানসিক শক্তিৰ অধিকাৰী। গতিকে কিছুদিন এই অভাৱনীয় পৰাজয়ে তেওঁক নিস্তেজ আৰু হতাশাগ্ৰস্ত কৰি ৰাখিলেও বেছিদিন তেওঁ তেনে হৈ নাথাকিল। তেওঁ আকৌ এবাৰ পূৰ্ণোদ্যমে আমেৰিকা আৰু ইংলণ্ডত ঘুৰি

শকি বক্তৃতা দি ফুৰিবলৈ ধৰিলে। এইবাৰ স্বাভাৱিকভাৱেই তেওঁৰ বক্তৃতামালাত মহাসমৰৰ অভিজ্ঞতাৰ নানা কাহিনী যুক্ত হৈছিল। ছোভিয়েট বাছিয়াৰ গোপন অস্ত্ৰ-শস্ত্ৰ সজ্জাৰ কথাত তেওঁ এইদৰে কৈছিল—'এখন লোৰ জাল ( Iron Curtain ) সমগ্ৰ মহাদেশখনৰ ( ইউৰোপ ) ওপৰত বিস্তাৰ কৰা হৈছে।'

তেওঁৰ গভীৰ নিষ্ঠা আৰু পৰিশ্ৰমৰ ফলশ্ৰুতি যি দ্বিতীয় মহাসমৰৰ ছয় খণ্ডৰ ইতিহাস তাৰ পৰা তেওঁ প্ৰচুৰ অৰ্থও উপাৰ্জন কৰিছিল। আনতো বাদেই কেৱল আমেৰিকাই সেই খণ্ডবোৰৰ ছিৰিয়েল কৰাৰ বাবে তেওঁক প্ৰায় দুই মিলিয়ন ডলাৰ দিছিল। এই খণ্ডবোৰৰ প্ৰত্যেকটোৱে এই নামবোৰেৰে বিভিন্ন গ্ৰন্থৰ আকাৰত প্ৰকাশ পাইছিল – 1) The Gathering Storm, (2) Their Finest Hour, (3) The Grand Alliance, (4) The Hinge of Fate, (5) Closing the Ring, (6) Triumph and Tragedy. শেষখণ্ডটোত তেওঁ এনেধৰণৰ দুখৰ সুৰ নিগৰা অৰ্দ্ধশিতান অন্তৰ্ভুক্ত কৰিছে—'How the Great Democracies Triumphed, and so were Able to Resume the Follies which Had So Nearly Cost Them Their Lives.'

স্মৃতিকথা কেইখণ্ড লেখি থকাৰ ছয় বছৰ কালছোৱাত চাৰ্চিলে কিন্তু কেৱল তাতেই ব্যস্ত হৈ থকা নাছিল। তেওঁৰ পৰাজয়ৰ অপমান আৰু গ্লানিৰ প্ৰতিকাৰৰ বাবেও তলে তলে প্ৰস্তুত হৈ আছিল। তাৰপিছত ১৯৫১ চনত যেতিয়া পুনৰ সাধাৰণ নিৰ্বাচন অনুষ্ঠিত হৈছিল তেতিয়া তেওঁ আকৌ বিজয় গৌৰৱেৰে ক্ষমতালৈ ঘূৰি আহিছিল আৰু ইংলণ্ডৰ প্ৰধানমন্ত্ৰীও নিৰ্বাচিত হৈছিল। আৰু তেতিয়া তেওঁ ঘোষণা কৰিছিল যে তেওঁ সকলোতকৈ যি কথাক প্ৰাধান্য দিয়ে সেই সুনিশ্চিত আৰু স্থায়ী শান্তি স্থাপনৰ বাবে কাম কৰি যাব।

চাৰ্চিলৰ ৭৯ বছৰ বয়স হওঁতে সমগ্ৰ পৃথিবীৰ সহযোগতে Churchil By His Contemporaries নামেৰে এখন স্মৃতিগ্ৰন্থ উলিয়াই এই যুদ্ধ-সাংবাদিক, উপন্যাসিক, শিল্পী, ৰসিক, বক্তা, সৈনিক, পাৰ্লামেণ্টিৰিয়ান, বিৰোধী দলৰ সদস্য আদি নানা ৰূপত প্ৰতিভাত হোৱা ব্যক্তিজনক তেওঁৰ বন্ধু-বৈৰী উভয়েই শ্ৰদ্ধা আৰু তেনেহৰে সুঁৱৰিছিল। তাত মোখনি মাৰিছিল বাৰ্নাৰ্ড শ্বই, এই লিখনীটোৰে—'Churchill, the Man of Talent '

উনাশী বছৰৰ মাজভাগত মহাৰাণী দ্বিতীয় এলিজাবেথে তেওঁক Knight of the Most Noble Order of the Gorter উপাধিৰে ভূষিত কৰিছিল। তেতিয়াৰ পৰা তেওঁ হৈ পৰিল ছাৰ উইনষ্টন চাৰ্চিল। কিন্তু চাৰ্চিলৰ ভাগ্যত তেতিয়াও আৰু ডাঙৰ সম্মান এটা পাবলৈ বাকী আছিল—যিটো তেওঁ কেইমাহমান পাছতে পাইছিল :

সাহিত্যৰ বাবে নবেল বঁটা। কিন্তু তেওঁৰ সাহিত্যগন্ধী লেখনীবোৰৰ লগতে তেওঁৰ যুদ্ধকালীন অসাধাৰণ বক্তৃতাবোৰৰ বাবেও সেই পুৰস্কাৰ দিয়া হৈছিল। তেওঁক নবেল বঁটা প্ৰদানৰ কাৰণ ছুইডিশ একাডেমীয়ে এইদৰে দৰ্শাইছিল—'ঐতিহাসিক আৰু জীৱনীমূলক লেখনীৰ দক্ষতাৰ লগতে মানবীয় প্ৰমূল্যসমূহৰ ৰক্ষণাবেক্ষণৰ বাবে দিয়া তেওঁৰ তেজোদ্দীপ্ত ভাষণবোৰৰ বাবেও এই বঁটা দিয়া হ'ল

চাৰ্চিলৰ মৃত্যু হৈছিল ১৯৬৫ চনত। এই মানুহজনৰ দ্বাৰা ৰচিত কিতাপপত্ৰ-বোৰত ( তেওঁ প্ৰায় ত্ৰিকুৰিৰ ওচৰাউচৰি কিতাপ লেখিছিল ) যততে ধ্বনিত হোৱা এই মহৎ বাণীবোৰৰ বাবে বিশ্বৰ সকলো চিন্তাশীল মানুহে তেওঁক সদায় স্মৰণ কৰিব : 'In War : Resolution In Defect : Defiance. In Victory : Magnanimity. In Peace : Goodwill.'

# এমিলি ডিকিনছন

অলপতে গুৱাহাটী বিশ্ববিদ্যালয়লৈ ষ্টেট্ ইউনিভাৰ্ছিটি অৱ নিউইয়ৰ্কৰ পৰা ডঃ ফিলিপ গাৰ্বাৰ নামেৰে আমেৰিকান সাহিত্যৰ অধ্যাপক এজন আহি আমেৰিকান সাহিত্যিকে ধৰি বিভিন্ন বিষয়ে এশানি বক্তৃতা দিছিল। তেওঁৰ মতে বিশ্ব-সাহিত্যত আমেৰিকাক প্ৰতিনিধিত্ব কৰিব পৰা আটাইতকৈ শক্তিশালী কবি দুজন হ'ল ওৱাল্ট হুইমেন আৰু এমিলি ডিকিনছন। ডঃ গাৰ্বাৰৰ বক্তৃতামালাৰ ভিতৰত আছিল তাৰে এগৰাকী কবি এমিলি ডিকিনছনৰ কবিতাৰ মূল্যায়ন। আজি মোৰো আলোচনাৰ বিষয় হ'ব সেই কবি এমিলি ডিকিন্‌ছনেই। এই বিৰাট প্ৰতিভাৰ অধিকাৰিণী কবি গৰাকীৰ জীৱনটো কিন্তু অতীব ৰহস্যৰে ঘেৰা, তেওঁ জীৱনকালত সমাজ সংসাৰৰ পৰা নিজকে এক প্ৰকাৰ বিচ্ছিন্ন কৰি ৰাখিছিল। তেওঁৰ কবিতাবোৰৰ কেইটামান বিখ্যাত পংক্তিত তেওঁৰ এই নিঃসংগতাবোধৰ মানসিকতা যেন কাতৰতাৰে মূৰ্ত হৈ উঠিছল। তাৰে কেইটামান তলত উদ্ধৃত কৰা হ'ল :

I m nobody ! who are you ?<br>
Are you nobody, too ?<br>
Then there's a pair of us don't tell !<br>
They'd banish us, you know.<br>
How dreary to be somebody !<br>
How public, like a frog,<br>
To tell your name the live-long day.<br>
To an admiring log

আন এটা:

The soul seeks its own company<br>
Then shuts its door.

এই গৰাকী এমিলি ডিকিনছনৰ জীৱনটোক লৈ সাহিত্যৰ জগতখনত যি কল্পনা-জল্পনা চলিছিল তাৰ ফলতেই তেওঁৰ সম্পৰ্কে ৰচিত কাহিনীবোৰ প্ৰায়েই পৰস্পৰ বিৰোধী হৈছিল, কিছুমান অদ্ভুত আৰু অবাস্তৱ ঘটনাও তেওঁৰ জীৱনীবোৰত সুমুৱাই দিয়া হৈছিল। তেওঁক লৈ এনেকুৱা কিম্বদন্তীও প্ৰচলিত হৈছিল যে এমিলি ডিকিনছন একেধাৰে এগৰাকী সন্ন্যাসিনী আৰু এগৰাকী গণিকা। তেওঁৰ জীৱনটোত

এই জল্পনা-কল্পনাকাৰীসকলে একধৰণৰ দুঃখবোধো আৰোপ কৰে, লগতে আৰোপ কৰে একে ধৰণৰ বঙ্গৰঙ্গা চঞ্চলতাৰো। ছোৱালী কালত তেওঁৰ হেনো অজস্ৰপ্ৰেমিক আছিল। এনেধৰণে নানা মুখৰোচক তথা কল্প-কাহিনীৰ নায়িকা হৈ পৰা এমিলি ডিকিনছনৰ প্ৰতি মানুহৰ কৌতূহল আৰু আগ্ৰহ সচৰাচৰতৈকে বহুত বেছি হোৱাটো স্বাভাৱিক—বিশেষকৈ এই একেজনী নাৰীয়ে যেতিয়া বিখ্যাত এগৰাকী কবি হোৱাৰ সুখ্যাতিও অৰ্জন কৰিব পাৰিছে। পূৰ্বোক্ত ফিলিপ গাৰ্বাৰে কবর দৰে—আজিও আমেৰিকাত এমিলি ডিকিনছনৰ বিষয়ে যিমান লেখা-লেখি চলে বা তেওঁৰ সম্পৰ্কে যিমান গ্ৰন্থ ৰচিত হৈ আছে, আমেৰিকাৰ আন কোনো সাহিত্যিকৰ বিষয়ে সিমান লেখা-লেখি চলা নাই বা সিমান গ্ৰন্থ ৰচিত হৈ থকা নাই।

এই গৰাকী কবিয়ে ওঠৰশটা কবিতা ৰচনা কৰিছিল, কিন্তু তেওঁৰ জীৱিত কালত মাত্ৰ সাতটা কবিতাহে ছপা হৈছিল। জীয়াই থকা বছৰ কেইটাত মাত্ৰ সাতটা ছপা হোৱা মানুহজনীয়েই হৈ পৰিল পৃথিৱীৰ অন্যতম শ্ৰেষ্ঠ কবি-কি যে অবিশ্বাস্য যেন লগা কথা! অৱশ্যে পৃথিৱীৰ সাহিত্যৰ বুৰঞ্জীত নানা লেখকৰ নানা অদ্ভুত আৰু অবিশ্বাস্য কাহিনী সততেই পঢ়িবলৈ পোৱা যায়।

১৮৩০ চনৰ ১০ ডিচেম্বৰৰ দিনা মাচাছুছেট্‌ছৰ আমহাৰ্ষ্ট নামৰ ঠাইত এমিলি ডিকিনছনৰ জন্ম হৈছিল। তেওঁৰ যিটো ঘৰত জন্ম হৈছিল সেই ঘৰটোতে মৃত্যুও হৈছিল। জীৱনত অতি চুটি ভ্ৰমণ কেইটামানৰ বাহিৰে সেই ঘৰ তেওঁ কেতিয়াও ত্যাগ কৰি যোৱা নাছিল। বাল্যকালটো তেওঁ হেনো তেওঁৰ ককায়েক উইলিয়াম এষ্টিন আৰু সৰু ভনীয়েক লেভিনিয়াৰ সংগত আনন্দৰ মাজেৰেই অতিবাহিত কৰিছিল। কিন্তু কুৰিৰ দেওনা পাৰ হোৱাৰ পিছত তেওঁ নিজকে সমাজ-সংসাৰৰ পৰা একেবাৰে বিচ্ছিন্ন কৰি আনি অকলশৰে আৰু আপোনমনে কেৱল কবিতা লিখাতে ই মগ্ন হৈ থাকিল। পিছে আচৰিত কথা যে সেই কবিতাবো ছপাবলৈ দিয়াৰ ক্ষেত্ৰত তেওঁৰ আছিল অতিশয় অনাহা। বাহিৰৰ জগতখনৰ সম্পৰ্কেও তেওঁৰ এনেধৰণৰ অনীহা আছিল আৰু সেই জগতৰ প্ৰায় কাৰো লগতে কোনো সম্পৰ্ক নাৰাখিছিল। নাম-যশৰ প্ৰতি তেওঁৰ যেন কোনো ধৰণৰ মোহেই নাছিল, কোনেও তেওঁৰ অস্তিত্বৰ কথা নাজানক—এনে ধৰণৰ মনোবৃত্তিৰেই সেওঁ চলি যাব বিচাৰিছিল। তেওঁৰ এই বাঞ্ছৰা স্বীকৃতিৰ নেওচা দিয়া প্ৰকৃতিৰ পৰিচয়ৰ ওপৰত উদ্ধৃত – I'm nobody · কবিতা ফাঁকিতে স্পষ্টভাৱে ওলাই পৰিছে। তেওঁৰ দ্বিতীয়খন কবিতা সংকলন এইটোৱে আছিল আৰম্ভণিৰ কবিতা।

এমিলি ডিকিনছনৰ দেউতাক এডওৱাৰ্ড ডিকিনছন আছিল অধিবক্তা, বিধায়ক আৰু গৱৰ্ণৰৰ পৰিষদৰ এজন সদস্য। তেওঁৰ ল'ৰা-ছোৱালীবোৰে তেওঁক দেৱতাৰ

দৰে জ্ঞান কৰিছিল। এনেকি এমিলিৰো যে দেউতাকৰ প্ৰতি একধৰণৰ সমালোচনাৰ লগতে সপ্ৰশংস মুগ্ধতাও আছিল তাৰ চিন. ফুটি ওলায় ভগবান সম্পৰ্কে অলপ ঠাট্টা-বিদ্ৰূপ, অলপ অসম্মানেৰে ধেমালীৰ ছলত লেখা কবিতাবোৰত। তাত চিত্ৰিত ভগবানজন যেন নিজৰ দেউতাকৰে এক প্ৰতিচ্ছবি। এমিলিৰ চিত্ৰিত এইজন দেউতাকৰ লগত তেওঁৰ বহুতো জীৱনীকাৰে তুলনা কৰিছিল ইংলণ্ডৰ এগৰাকী মহিলা কবি এলিজাবেথ বেৰেট ব্ৰাউনিঙৰ দেউতাক এডওয়াৰ্ড মন্টন বেৰেটৰ লগত যি নিজৰ স্বনামধন্যা জীয়েকজনীৰ ওপৰত সততে আধিপত্য বজাই ৰাখি চলিব খুজিছিল। অৱশ্যে এলিজাবেথৰ লগত এমিলি ডিকিনছনৰ এই কথাতে অমিল আছিল যে তেওঁ দেউতাকৰ বশ্যতা প্ৰথমতে মানি চলা নাছিল আৰু এক নীৰৱ প্ৰতিবাদেৰে দেউতাকৰ বিৰুদ্ধে এই বিদ্ৰোহ ঘোষণা কৰিছিল। এমিলিয়ে শিক্ষা লাভ কৰিছিল আমৰ্হাষ্ট একাডেমী আৰু মাউণ্ট হলিয়ক ফিমেল ছেমিনাৰীত। কিন্তু তেওঁ সেইবোৰৰ ধৰ্মীয় ৰক্ষণশীলতাৰ পৰিপন্থী নাছিল। সেই শিক্ষানুষ্ঠানবোৰৰ জ্যামিতি, কেমিষ্ট্ৰি, জ্যোতি-বিজ্ঞান আদিৰ পৰীক্ষাবোৰ তেওঁ নিয়মিতভাৱে পাছ কৰি গৈছিল যদিও ধৰ্মীয় বিষয়-বোৰত তেওঁ আছিল সম্পূৰ্ণ গোঁড়ামী মুক্ত। বহু প্ৰচলিত নীতি-বচন আৰু আচাৰ-অনুষ্ঠানবোৰৰো তেওঁ আছিল ঘোৰ বিৰোধী। তেওঁ এবাৰ এইদৰে দুষ্টালীৰ ভংগীত লিখিছিল 'মোৰ খ্ৰীষ্টান হোৱাত কোনো বিশেষধৰণৰ আপত্তি নাই, কিন্তু মই হ'লো বেয়া মানুহবোৰৰে এজন।' ওঠৰ বছৰ হোৱাত এমিলি ডিকিনছনে দেউতাকক পাতয়ন নিয়ালে যে মাউণ্ট হলিয়কত তেও যি এবছৰীয়া শিক্ষা লাভ কৰিলে সে তেওঁৰ বাবে যথেষ্ট হৈছে তাত আৰু তেও পঢ়াৰ নোখোজে। তাৰ পিছত সেই বয়সতে তেওঁ মানসিকভাৱে অৰ্থাৎ ওঠৰ বছৰ বয়সত এনে এক জীৱনৰ বাবে সাজু হ'ল—য'ত তেওঁ কনভেণ্ট স্কুলত শিকি অহা কঠোৰ নীতি-নিয়ম আৰু গোঁড়ামীবোৰ জলাঞ্জলি দি এক ধৰণৰ উদ্দাম-উচ্ছল জীৱন যাত্ৰাত গা উটুৱাই দিব তেওঁৰ অতি কল্পনা প্ৰৱল মনৰ সেকাম এৰি দি আকাংক্ষিত যৌৱন-চঞ্চল পথেৰে আগবাঢ়ি যাব।

পিছে ত্ৰিশ বছৰ হোৱাৰ আগতেই এমিলি ডিকিনছনে নিজকে সেই কঠোৰ, নীৰস জীৱনধাৰাতে সঁপি দিবলৈ বাধ্য হ'ল যি জীৱনক তেওঁ পেংলাই কৰিছিল, যি জীৱনৰ প্ৰতি তেওঁৰ বিতৃষ্ণা আৰু অনীহাৰ সীমা নাছিল। হয়তো সেই কালছোৱাত তেওঁ এনেবোৰ কবিতা লিখিছিল :

I fell a funeral in my brain
And mourners to and fro
Kept treading-treading till it seemed
That sense was breaking through.

এমিলিৰ জীৱনৰ ৰোমান্টিক প্ৰেমৰ স্বপ্নবোৰ এটা এটাকৈ চূৰ্ণ বিচূৰ্ণ হৈ যাবলৈ ধৰিছিল তেওঁৰ ওঠৰ বছৰ বয়সৰ পিছতেই। তেওঁৰ বিষয়ে বিভিন্ন জীৱনীকাৰে বিভিন্ন জীৱনী লেখাৰ কথা প্ৰথমতেই উল্লেখ কৰি আহিছোঁ অৱশ্যে—এইবোৰ যে খুব বেছি তথ্য নিৰ্ভৰ নহয়, এমিলিৰ সম্পৰ্কে থকা নানা কিম্বদন্তীৰ আধাৰৰ ওপৰতে ৰচিত তাকো উল্লেখ কৰিছোঁ। তথাপি এই জীৱনীবোৰক আলম কৰিও এমিলি ডিকিনছনৰ বিষয়ে আলোচনা কৰাৰ প্ৰয়োজন উলাই কৰিব নোৱাৰি।

প্ৰথমতে এমিলি ঠিক চঞ্চল প্ৰকৃতিৰ ছোৱালী নাছিল যদিও তেওঁ আছিল আনন্দময়ী বুদ্ধিৰ দীপ্তিৰে উজ্জ্বল। তেওঁ স্কুলত পঢ়ি থকা কালত লিখা খুচুৰা লেখা-বোৰত কথাৰ খেলা কৰি ভাল পোৱা মানসিকতাৰ ছোৱালী এজনীৰেই ভাৱমূৰ্তি ফুটি উঠে। তেওঁৰ মুখখনো আছিল এক ধৰণৰ ৰহস্যময়ীৰ বৈচিত্ৰ্য ভৰা মুখ। কাৰণ নিৰাহ নিমাখিত যেন লগা ভাবলেশহীন মুখখনত একধৰণৰ কঠোৰ গাম্ভীৰ্যৰো চিন ফুটি উঠিছিল। দেখিবলৈ ধুনীয়া নহ'লেও তেওঁ আছিল অতি চকুত লগা। তেওঁৰ চকু দুটা আছিল ব্ৰাণ্ডিৰ নিচিনা ভাঠ ৰঙৰ, গাৰ ৰং বগা, চুলি উজ্জ্বল বাদামী—এইবোৰ হ'ল তেওঁৰ কেইটামান দৈহিক বৈশিষ্ট্য। তেওঁ ফটো তুলিবলৈ আপত্তি দৰ্শাইছিল বাবে তেওঁৰ কোনো ফটো নাছিল। কিন্তু কোনোবাই তেওঁৰ ফটো খুজিলে এমিলিয়ে কোৱা কথাবোৰৰ ভিতৰত এইখিনি কথা মনত ৰাখিব লগীয়া: "মোৰ কোনো ফটো নাই, পিছে মই দেখাত সৰু ফুটীয়া, গান গোৱা অকণমানি ৰেণ্ চৰাইটোৰ নিচিনাই। মোৰ চুলি চেষ্টনাটৰ দৰে ঘন আৰু খহটা ; আৰু মোৰ চকু ? আলহীয়ে থাই এৰি যোৱা শেৰীৰ দৰেই। এই বৰ্ণনাই যথেষ্ট হ'বনে ?'

এমিলি ডিকিনছনৰ জীৱনৰ কুৰি বছৰমান বয়সৰ পৰা ত্ৰিশৰ ওচৰলৈ এনে কিছু-মান ঘটনা ঘটিছিল যাৰ ট্ৰেজিক পৰিণতিয়ে তেওঁক অকালতে জগৎ সংসাৰৰ পৰা সম্পূৰ্ণ বিচ্ছিন্ন কৰি পেলাইছিল। তেতিয়া তেওঁৰ একমাত্ৰ সান্ত্বনা, একমাত্ৰ আশ্ৰয় হৈ পৰিছিল কবিতা, গোপন ডায়েৰি আৰু গোপন হাৰ মনা। এই গোপন লিখনী-বোৰ তেওঁৰ মতে আছিল 'পৃথিবীলৈ লিখা চিঠি'—সঁচায়ে এক স্ব-বিৰোধী কাৰ্য। নিজকে অকালতে শুকুৱাই পেলোৱাৰ কাৰণ হিচাপে তেওঁৰ জীৱনীকাৰ সকলে যিবোৰ ঘটনাৰ কথা উল্লেখ কৰিছে তাৰ প্ৰমাণ হিচাপে তেওঁলোকৰ হাতত কিন্তু কোনো বিশেষ তথ্য নাছিল, গতিকে সেই ঘটনাবোৰত সত্যতা থাকিবও পাৰে, নাথাকিবও পাৰে। ১৯৩০ চনত জেনেভিভ টেগাৰ্ড নামৰ এগৰাকী লিখিকাই 'The Life and Mind of Emily Dickinson' নামৰ এখন জীৱনীত এমিলিৰ ব্যৰ্থ প্ৰেমৰ লগত জড়িত এজন নহয় একেবাৰে দুজন 'পুৰুষ'ৰে আৱিষ্কাৰ' কৰিছিল। এওঁলোকৰ প্ৰথমজন হেনো আছিল লিওনাৰ্ড হামফ্ৰে—যাৰ মৃত্যু হৈছিল এমিলিৰ কুৰি বছৰ

বয়স হওঁতে। দ্বিতীয় জন আছিল জর্জ গু'ল্ড যাক এমিলিৰ দেউতাকে একেবাৰে বৰদাস্ত কৰিব নোৱাৰিছিল। এওঁৰ বিৰহতে হেনো এমিলিয়ে প্ৰেমৰ জীৱনৰ পৰা সম্পূৰ্ণ আঁতৰি আহি নিজক ঘৰৰ ভিতৰত একপ্ৰকাৰ বন্দিনী কৰিয়ে ৰাখিছিল। তেতিয়া তেওঁ এনেকি বাগানলৈও ওলাই নগৈছিল আৰু ফলত এমিলিৰ এই জীৱন-ধাৰাৰ বাবে তেওঁ 'আমহাৰ্ষ্টৰ সন্ন্যাসিনী' নামেৰে অভিহিত হৈছিল।

এমিলি ডিকিনছনৰ আন এগৰাকী জীৱনীকাৰ জোছেফিন, পালিটে সেই একে বছৰতে লিখি উলিওৱা 'Emily Dickinson : The Human Background' নামৰ জীৱনীখনত আন এক তৃতীয় ব্যক্তিক আৱিষ্কাৰ কৰিছিল (প্ৰথম দুজনতকৈও অবিশ্বাস্য আৰু অসম্ভৱ যেন লগা প্ৰেমিক ) যি এমিলিৰ জীৱনত সংঘাতৰ সৃষ্টি কৰাৰ উপৰিও তেওঁ লিখা প্ৰেমৰ কবিতাবোৰ লিখিবলৈ অনুপ্ৰাণিত কৰিছিল। এওঁ হ'ল এমিলিৰে অন্তৰংগ এক লেখিকা বন্ধু হেলেন হাণ্ট জেকৃছনৰ স্বামী তজবজীয়া ডেকা লেফ্‌টেনেণ্ট এডওয়াৰ্ড হাণ্ট। এই জীৱনীখনৰো দুবছৰ পিছত এমিলিৰে ককায়েক অষ্টিনৰ জীয়েক মাৰ্থা ডিকিনছন বিয়াঙ্কিয়ে 'Emily Dickinson, Face to Face' নামৰ গ্ৰন্থ এখনত পেহীয়েকৰ ব্যৰ্থ প্ৰেমৰ চলিত কাহিনীৰ প্ৰতি উহুকিয়াই সেইবোৰ একপ্ৰকাৰ সত্য বুলি স্বীকাৰ কৰিছিল। তেওঁ এই কাহিনীক মেলোড্ৰামা ধৰণেই বৰ্ণনা কৰিছিল কেনেকৈ পেহীয়েক বিবাহিত মানুহ এজনৰ প্ৰেমত পৰিও মানুহজনৰ পত্নীৰ সংসাৰখন ধ্বংস নকৰিবলৈ বলিয়াৰ দৰে সেই ঠাইৰ পৰা পলায়ন কৰিছিল আৰু সেই প্ৰেমিকো কেনেকৈ একে বলিয়াৰ দৰে এমিলিৰ পিছে পিছে ধাবিত হৈছিল আৰু তাৰ পিছত কেনেকৈ প্ৰচণ্ড প্ৰেম আৰু কামনাকো এমিলি ডিকিনছনে অদ্ভুত আৰু অমানুষিক আত্মসংযমেৰে দমন কৰি নিজৰ প্ৰেমক বলিদান দিছিল। তাৰ পিছত '৯৩৮ চনত এমিলি ডিকিনছনৰ আৰু এখন জীৱনী ওলাইছিল যিখনে এমিলিৰ জীৱনৰ সঁচা-মিছা নানা কাহিনীৰ যতি পেলোৱা উচিত আছিল। কিতাপখনৰ নাম আছিল This was a Poet. এইখনৰ লিখক জৰ্জ ফ্ৰিশি হুইশ্চাৰে যুক্তিপূৰ্ণভাবে এমিলিৰ জীৱনৰ সঁচা ঘটনা আৰু কিম্বদন্তীবোৰ চালিজাৰি চাই এই সিদ্ধান্তত উপনীত হৈছিল যে পঁচিশ বছৰমান হওঁতে এমিলিয়ে দুটা ক্ষতিৰ সন্মুখীন হ'ব লগা হৈছিল। এমিলিৰ জীৱনৰ প্ৰথম 'মৰমৰ বন্ধু আৰু শিক্ষক' আছিল বেঞ্জামিন ফ্ৰেংকালিন নিউটন, যি আছিল অভিনৱ ধৰণৰ সাহিত্যৰ পাঠক আৰু সমসাময়িক চিন্তাধাৰাতকৈ অলপ বেলেগ ধৰণে চিন্তাচৰ্চা কৰা লোক। এমিলিয়ে যেতিয়া তেওঁক লগ পাইছিল তেতিয়া তেওঁৰ বয়স আছিল ওঠৰ আৰু নিউটনৰ বয়স আছিল সাতাইশ। এমিলিক লগ পোৱাৰ তিনি বছৰৰ পিছত নিউটনে তেওঁতকৈ বাৰ বছৰৰ ডাঙৰ মহিলা এগৰাকীক বিয়া কৰাইছিল আৰু তাৰ দুবছৰৰ পিছত তেওঁৰ যক্ষ্মাৰোগত মৃত্যু হৈছিল। সেই সময়ত

থমাছ ওবেণ্টওৱাৰ্থ হিগিন্‌ছন্ নামৰ এজন পণ্ডিত লোক আছিল যি এমিলিৰ কবিতাৰ প্ৰতি আকৃষ্ট হৈছিল। এবাৰ হিগিনছনলৈ এমিলিয়ে লিখিছিল: 'মই যেতিয়া সৰু ছোৱালী আছিলোঁ তেতিয়া মোক অমৰত্বৰ শিক্ষা দিয়া বন্ধু এজন আছিল। কিন্তু সেই অমৰত্বৰ খুব কাষ চপাৰ সাহস দেখুৱাবলৈ গৈ তেওঁ আৰু উভতি অহা নাছিল। তাৰ কিছুদিন পিছত তেওঁৰ মৃত্যু হৈছিল আৰু বহুত বছৰলৈ শব্দৰ খেলাই আছিল মোৰ একমাত্ৰ সংগী। তাৰ পিছত মই আৰু এজনক বিচাৰি পাইছিলো, কিন্তু মই তেওঁৰ ছাত্ৰী হৈ থকাটোতে তেওঁ সন্তুষ্ট হ'ব পৰা নাছিল, সেয়ে তেওঁ দেশ ত্যাগ কৰি গুচি গৈছিল।'

এমিলি ডিকিনছনৰ এই হেৰুৱাৰ বেদনা গভীৰ দুঃখবোধৰে অনুৰণিত হৈছিল তেওঁৰ কবিতাত। তলত তেওঁৰ বিখ্যাত কবিতাবোৰৰ পৰা এটা পংক্তি উদ্ধৃত কৰি দিয়া হ'ল য'ত তেওঁৰ সেই দুখৰ দিনৰ অনুভূতি অতি তীব্ৰভাৱে মূৰ্ত হৈ উঠিছে:

My life closed twice before it's close ;
　　It yet remains to see
　　If immortality unveil
A third event to me.
So huge, so hopeless to conceive,
As these that twice befell,
Parting is all we know of heaven
And all we need of hell.

এমিলিৰ জীৱনৰ দ্বিতীয় ঘটনাটো তেওঁৰ বাবে আৰু বেছি অসহনীয় হৈছিল। এবাৰ তেওঁ দেউতাকৰ লগত ফিলাডেলফিয়ালৈ যাওঁতে ৰেভাৰেণ্ড চাৰ্লছ ৱেৰাড্‌ছওৱৰ্থৰ ধৰ্মোপদেশ শুনিবলৈ পাইছিল। এমিলিৰ তেতিয়া বয়স আছিল তেইশ চব্বিশৰ মাজতে। কোমল বয়সৰ আৰু অনুভূতি প্ৰৱণ ছোৱালীজনীৰ মনত সেই বক্তৃতাই খুব ছাপ বহুৱালে আৰু লগে লগেই গৈ তেওঁক দেখা কৰিলে। পিছত তেওঁ সেই ধৰ্মযাজকৰ প্ৰেমতো পৰিল। ৱেৰাড্‌ছওৱৰ্থৰ বয়স আছিল তেতিয়া চল্লিছ, কিন্তু তাতকৈও ডাঙৰ কথা যে তেওঁ বিবাহিত আছিল।

তাৰ পিছত এমিলিইঁত আমহাৰ্ষ্টলৈ উভতি আহিছিল, কিন্তু ৱেৰাড্‌ছওৱৰ্থৰ প্ৰতি তেওঁৰ অন্তৰত যি প্ৰেমৰ ধুমুহা বৈছিল, তাৰ কোবাল বতাহে এমিলিক প্ৰায় ধৰাশায়ী কৰি পেলাইছিল। ঘটনাক্ৰমে ৱেৰাড্‌ছওৱৰ্থ দুবাৰ নে তিনিবাৰ আমহাৰ্ষ্টলৈ অহাত এমিলিৰ লগত দেখা হৈছিল। চহৰৰ মানুহৰ বাবে ৱেৰাড্‌ছওৱৰ্থৰ এই আগমনৰ কাৰণ এমিলিৰ সতে গোপন অভিসাৰ, প্ৰকৃততে কিন্তু ই সত্য নহয় বুলি এমিলিৰ জীৱনীকাৰৰ ধাৰণা। সি যি কি নহওক, দুয়োৰো মাজত মাজে মাজে চিঠিপত্ৰও

চলিছিল। তথাপি এমিলিয়ে জানিছিল যে তেওঁৰ এই প্ৰিয়জনৰ লগত তেওঁৰ আৰু বেছি ঘনিষ্ঠতা হোৱা সম্ভৱ নহয়, সেয়ে তেওঁ যেন মনৰ সকলো কামনা-বাসনা তেওঁৰ প্ৰেমৰ কবিতাবোৰতে গভীৰ আৱেগেৰে উজাৰি ঢালি দিছিল। এই কবিতাবোৰত তেওঁৰ প্ৰেমিক নাৰী সত্বা আৰু কবি সত্বাৰ অপূৰ্ব মিলন ঘটিছিল। কিন্তু এইবোৰত সদায়ে এটা দুখৰ সুৰ বাজি থাকিছিল, মিলনাত্মক ধাৰণাই এইবোৰত ঠাই পোৱা নাছিল, প্ৰেমৰ আনন্দ-বেদনাৰ পিছত অপ্ৰাপ্তিৰ দুখ আৰু হতাশা এইবোৰেই সদায় তেওঁৰ প্ৰেমৰ কবিতাবোৰৰ প্ৰধান প্ৰতিপাদ্য আছিল। কেইটামান বাক্য উদ্ধৃত কৰা হল: 'God gave a loaf to every bird, but a crumb to me'—"Pain has an element of blank" 'At leisure is the soul that gets a staggering blow.' এমিলিয়ে এই ওৱাড্‌ছৱৰ্থক ( যি তেওঁৰ কবিতাৰ ভাষাত—"the fugitive, whom to know was life ) তাৰপিছত সুদীৰ্ঘ কুৰি বছৰ দেখা নাছিল। তাৰ পিছত ১৮৮০ চনত তেওঁ এমিলিক দেখা কৰিবলৈ আহিছিল। এমিলিৰ তেতিয়া পঞ্চাশ বছৰ, এক অবিবাহিতা প্ৰৌঢ়া ৰমণী। সেই সাক্ষাতৰ দুবছৰ পিছত ওৱাড্‌ছৱৰ্থৰ মৃত্যু হৈছিল। এমিলিৰ মৃত্যুৰ পিছত তেওঁৰ বস্তু বাহিনীৰ মাজত ওৱাড্‌ছৱৰ্থৰ এখন ছবি আৰু এমিলিয়ে ব্যক্তিগতভাৱে ছপা কৰি উলিওৱা তেওঁৰ ধৰ্মোপদেশবোৰৰ এখন পুস্তিকা পোৱা গৈছিল।

সুদীৰ্ঘ পঁচিশ বছৰ এমিলি ডিকিন্‌ছনে কেৱল নিজক লৈয়ে দিন অতিবাহিত কৰিছিল। সংগীত-প্ৰেমী হৈয়ো তেওঁ কাৰো সংগ নলৈ, ভিতৰলৈ নগৈ সংগীত সভাবোৰৰ বাহিৰতে অকলে বহি থাকিছিল। তেওঁ সৰু সৰু কবিতা লেখি সেইবোৰ ফুল আৰু জেলিৰ লগত ওচৰচুবুৰীয়া আৰু তেওঁলোকৰ ল'ৰা-ছোৱালীবোৰলৈ পঠাই দিছিল, নিজে কিন্তু কাৰো ঘৰলৈ নগৈছিল। ওৱাড্‌ছৱৰ্থৰ মৃত্যুৰ পিছত তেওঁ যেন আৰু বেছি নিঃসঙ্গ হৈ পৰিছিল, তেতিয়া তেওঁ লিখিছিল—'তেওঁৰ যে মৃত্যু হৈছে, সেই কথা মই এতিয়াও মানি ল'ব পৰা নাই, আৰু মই এইটোকে আশা কৰোঁ যে আনখন জগতত তেওঁ যেতিয়া মোক সহায় কৰিব তেতিয়াহে মই কথাটো উপলব্ধি কৰিব পাৰিম।'

ওৱাড্‌ছৱাৰ্থৰ মৃত্যুৰ আঠমাহৰ পিছত তেওঁৰ নাৰ্ভাছ ব্ৰেকডাউন হৈছিল। তেওঁৰ জীৱনৰ শেষ বছৰ কেইটাত দেউতাকৰ পুৰণি বন্ধু লৰ্ড জৰ্জৰ লগতে যি তেওঁৰ ঘনিষ্ঠ সম্পৰ্ক আছিল, পিছে তেওঁৰো কিছুদিন পিছতে মৃত্যু হৈছিল। শেষত ১৮৮৬ চনৰ ১৫ মে'ৰ দিনা ৫৬ বছৰ পূৰ্ণ নহওঁতেই এমিলি ডিকিনছনৰ মৃত্যু হৈছিল।

এমিলিয়ে কেতিয়াও প্ৰকাশকক তেওঁৰ কবিতাবোৰ ছপাবলৈ দিবলৈ সম্মত নহৈছিল। ফলত তেওঁৰ মৃত্যুৰ পিছতহে সেইবোৰৰ সংকলন উলিওৱা সম্ভৱ হৈছিল।

পিছে সেই কাম বৰ সহজ নাছিল, কাৰণ তেওঁ কবিতাবোৰ লিখিছিল খোৱা বস্তুৰ নিয়মপ্ৰণালী লিখা থকা টুকুৰা টুকুৰ কাগজৰ পিঠিত, বজাৰৰ বাদামী কাগজৰ ঠোঙাৰ ওপৰত, ঠিকনা লিখা থকা খামৰ ভিতৰৰ উকা অংশত। কেতিয়াবা একেটা পংক্তিকে বিভিন্ন ৰূপত বিভিন্ন ঠাইত লিখা থাকে কিন্তু কোনটো যে শেষ শুদ্ধ ৰূপত লিখা বুজা টান। লেভিনিয়া ডিকিন্‌ছনে সেইবোৰ শুদ্ধ ৰূপত ছপাই উলিয়াবৰ বাবে পেহীয়েকৰ জীৱনৰ শেষ দিনবোৰত তেওঁৰ ঘনিষ্ঠ সংস্পৰ্শলৈ অহা চুবুৰীৰ মহিলা মেবেল লুমিছ টডৰ ওচৰত সহায় বিচাৰিছিল। তেওঁ থমাছ ওৱেণ্টওৱৰ্থ হিগিন্‌ছনবো কাষ চাপিছিল যাৰ কথা আমি আগতেই উল্লেখ কৰি আহিছোঁ। হিগিন্‌ছনে এমিলিৰ অসাধাৰণ কল্পচিত্ৰ আৰু একধৰণৰ দুঃসাহসিক লিখনীত মুগ্ধও হৈছিল, বিচুৰ্তিও খাইছিল। সি যি কি নহওক, এইলোকৰ সাহায্যত শেষত ১৮৯০ চনত ১১৫টা পদ্যৰে সৈতে Poems of Emily Dickinson নামৰ এমিলিৰ প্ৰথম কাব্যগ্ৰন্থ প্ৰকাশ হৈছিল। তাৰপিছত ক্ৰমে ক্ৰমে এমিলিৰ কবিতাৰ সাতটা সংকলন প্ৰকাশ পাইছিল— তাৰ ভিতৰত এটা আছিল সকলোবোৰ কবিতাকে থুপ খুৱাই প্ৰকাশ কৰা Complete Poems খন। প্ৰকাশ পাইছিল তেওঁৰ চিঠিপত্ৰৰ তিনিখন সংকলন, এক ডজন মান জীৱনী, স্মৃতিকথা, নানা আলোচনা-সমালোচনা, ব্যাখ্যা আদিৰ গ্ৰন্থ। ইয়াৰ উপৰিও মেক গ্ৰেগৰ জেনকিন্সে 'এমিলি' নামেৰে তেওঁৰ জীৱনৰ নানা 'তথ্য'ৰ (সঁচা-মিছা মিহলি) ওপৰত ভিত্তি কৰি এখন উপন্যাসো লেখিছিল। আন এগৰাকী লেখিকা ৰেবেকা পেটাৰছনে আকৌ এমিলিৰ জীৱনৰ ঘটনাৰ বিকৃত ব্যাখ্যা কৰি ১৯৫১ চনত The Riddle of Emily Dickinson বুলি এনে এখন কিতাপ লেখিছিল য'ত তেওঁ এমিলিক মহিলা সমকামী (লেছবিয়ান) বুলি প্ৰমাণ কৰাৰ চেষ্টা কৰিছিল। ১৯৫০ চনত এমিলিৰ কবিতা সংগ্ৰহ, চিঠিপত্ৰ, আন লেখা মেলাকে, ধৰি যাবতীয় সকলো সৃষ্টি কৰ্মকে ক্ৰয় কৰি হাৰ্ভাৰ্ড বিশ্ববিদ্যালয়ৰ পাণ্ডুলিপি সংগ্ৰহালয়ক দান কৰা হৈছিল। অৱশ্যে সদায়ে এই অভিযোগ উঠিছিল যে এমিলিৰ লেখাবোৰৰ শুদ্ধ সম্পাদন হোৱা নাই। শেষত বিখ্যাত পণ্ডিত থমাছ এইচ জনছনক এই গুৰুত্বপূৰ্ণ কামটোৰ ভাৰ দিয়া হৈছিল।

পিছে এমিলিৰ জীৱনৰ অভিজ্ঞতা তেওঁৰ কবিতাত কিমান দূৰ প্ৰতিফলিত হৈছিল বা সেই অভিজ্ঞতাক তেওঁ কিমান খিনি সূক্ষ্মতালৈ উৰ্দ্ধগামী কৰিছিল বা তাত কিমান কল্পনাৰ ৰহন সানিছিল তাক জনাৰ উপায় নাই। 'The Bewitched Parsonage' ত ১৯৫০ চনত উইলিয়াম ষ্টেনলী ব্ৰেইথওয়েট নামৰ সমালোচকজনে লিখিছিল: 'এমিলিয়েই এইটো কথাৰ ডাঙৰ প্ৰমাণ যে আমি যাক আৱশ্যকীয় অভিজ্ঞতা বুলি গণ্য কৰোঁ সি কিন্তু ভিতৰৰ জ্ঞানৰ সন্মুখত একেবাৰে অকিঞ্চিৎকৰ হৈ পৰে। তেওঁৰ

সত্বাই বাহ্যিক ঘটনাৰ সম্পর্ক ৰহিত হৈ প্ৰকাশ পাইছে।' এইখিনি কথা যদিও ব্ৰেইথওৱেটে উনৈশ শতিকাৰ অসাধাৰণ ঔপন্যাসিক এমিলি ব্ৰন্টিৰ বিষয়ে লিখিছিল আচৰিতভাৱে ই আমেৰিকাৰ একে নামৰ লেখিকা গৰাকীৰ ক্ষেত্ৰতো প্ৰযোজ্য। এমিলি ডিকিনছনৰ লিখাৰ ষ্টাইল তেওঁৰ সম্পূর্ণ নিজস্ব, সি তেওঁৰ একধৰণৰ উদ্ভাবনাই বুলিব পাৰি। সেই ষ্টাইল হ'ল সংযম আৰু উচ্ছাস—এই দুই স্ব-বিৰোধিতাৰ একেলগে উপস্থাপন। তেওঁ সাধাৰণ চাৰি শাৰীৰ পংক্তিকে ব্যৱহাৰ কৰিছিল, তথাপিও অতি নিয়মানুবৰ্তিতাৰে নিউ ইংলণ্ডৰ প্ৰাৰ্থনা সংগীতৰ ধ্বনি ব্যৱহাৰ কৰি তেওঁ কবিতাত যি এক নতুনত্বৰ প্ৰকাশ ঘটাইছিল, তাক তেওঁৰ পিছৰ কবিসকলে প্ৰায়ে অনুকৰণ কৰাৰ চেষ্টা কৰিছিল।

এমিলি ডিকিনছনে এগৰাকী শোকাহত নাৰীৰ দৰেও লিখিছিল, আকৌ তাৰ পিছতে আনন্দত বুৰ গৈ থকা দায়িত্বহীন বালিকা এজনীৰ দৰেও লিখিছিল। কবিতাত তেওঁৰ মুডৰ হঠাৎ হঠাৎ পৰিৱৰ্তন ঘটাই পাঠকক বিভ্ৰান্ত কৰাত তেওঁ অতিশয় পাৰ্গত আছিল। তেওঁৰ এই খাম-খেয়ালি আৰু জ্ঞানৰ অদ্ভুত সংমিশ্ৰণ বিশ্লেষণ কৰা সহজ কাম নহয়, সহজ নহয় তেওঁৰ প্ৰতাৰণা কৰিব পৰা সৰলতা আৰু চমক খুৱাব পৰা গভীৰতাৰ মূল্যায়ন কৰাৰ।

# ওৱাল্ট হুইটমেন

আমাৰ মাজত যিসকল বিদেশী লেখক অতি প্ৰখ্যাত আৰু সততে যাৰ বিষয়ে নানা আলোচনা-বিলোচনা হৈ থাকে তাৰ ভিতৰত এজন হ'ল ওৱাল্ট হুইটমেন। তেওঁৰ Leaves of Grass নামৰ কবিতা পুথিখন নপঢ়িলেও তাৰ নাম নুশুনা শিক্ষিত মানুহ আমাৰ মাজত কমেই আছে। গাইগুটীয়াভাৱে কোনো নাম নথকা বাৰটা মাত্ৰ কবিতাৰ সংকলন Leaves of Grassখনৰ প্ৰকাশৰ দিন আছিল ১৮৫৫ চনৰ ৪ জুলাই। আমেৰিকাৰ ইতিহাসত ৪ জুলাইটো এক বিখ্যাত দিন, কাৰণ সেইদিনাই সেই দেশে স্বাধীনতা ঘোষণা কৰিছিল। সেইফালৰ পৰা Leaves of Grass খন ৪ জুলাইত প্ৰকাশ হোৱাটো এক তাৎপৰ্যপূৰ্ণ ঘটনা; এই কবিতাৰ পুথিখনেও যেন এক প্ৰকাৰ স্বাধীনতাই ঘোষণা কৰিছিল, কাৰণ এই কবিতা কেইটাত ওৱাল্ট হুইটমেনে এনে শব্দ আৰু ভাষা প্ৰয়োগ কৰিছিল যি আমেৰিকাৰ সম্পূৰ্ণ নিজস্ব; তদুপৰি ইয়াত একধৰণৰ জাতীয়তাবোধো প্ৰকট হৈছিল যিটো আগৰ কবিতাৰ ঐতিহ্যৰ শৃংখল ভাঙি ওলাই অহাৰ ফলতে সম্ভৱ হৈছিল।

'Leaves of Grass' অৰ লেখক ওৱাল্ট হুইটমেনৰ ১৮১৯ চনৰ ৩১ মে-ৰ দিনা লং আইলেণ্ডৰ হাণ্টিংটনৰ ওৱেষ্ট হিলছত জন্ম হৈছিল। তেওঁ পৰিয়ালটোৰ ন-জন ল'ৰা-ছোৱালীৰ ভিতৰত দ্বিতীয় পুত্ৰ আছিল। তেওঁক ওৱাল্ট হুইটমেন, জুনিয়ৰ হিচাপে নামকৰণ কৰা হৈছিল। হুইটমেনৰ দেউতাক এজন কাঠ মিস্ত্ৰি আছিল কিন্তু নিজৰ বৃত্তিত তেওঁ নিষ্ঠাবান কৰ্মী নাছিল। কিছুদিনৰ পিছত তেওঁ সপৰিয়ালে ব্ৰুকলিনলৈ উঠি গৈছিল আৰু বালক হুইটমেন কোৱেকাৰ ধৰ্মৰ লোক সকলৰ মাজত ডাঙৰ হৈছিল। তেওঁৰ লৰালিকালৰ ঘৰুৱা জীৱন বৰ সুখৰ নাছিল কাৰণ মাক আছিল চিৰৰুগী, মাকে লেখা-পঢ়াও নাজানিছিল। তথাপি হুইটমেনৰ পৰিয়ালৰ ল'ৰা-ছোৱালীবোৰৰ মৰমৰ আশ্ৰয় আছিল মাকেই কাৰণ দেউতাক আছিল অতি স্বল্পভাষী মানুহ, ল'ৰা-ছোৱালীবোৰৰ লগত তেওঁ প্ৰায় কোনো কথা-বতৰাই নাপাতিছিল। তদুপৰি জীৱনৰ ওচৰত তেওঁ একপ্ৰকাৰ পৰাজয়েই বৰণ কৰিব লগা হৈছিল। হুইটমেনৰ ভাই-ভনীবোৰো বিচিত্ৰ জীৱন। হান্না নামৰ ভনীয়েক এজনী আছিল স্নায়ু বিকাৰত ভুগি থকা এজনী অধলা তিৰোতা, জেছে নামৰ ককায়েক এজনে ছিফিলিছত আক্ৰান্ত হৈ পগলা ফাটেকত অকালতে মৃত্যুবৰণ কৰিছিল, এন্ড্ৰু নামৰ ভায়েকজন আছিল মহা ধূৰ্ত। আটাইতকৈ সৰু ভায়েক এডওৱাৰ্ড আকৌ কঁকৰা

আছিল। জেফ নামৰ ভায়েকজনে অৱশ্যে ছেট লুই চহৰত এজন ইঞ্জিনিয়াৰ হৈ সফল জীৱনেই যাপন কৰিছিল। আটাইতকৈ সফলতাৰে জীৱনত প্ৰতিষ্ঠিত ভায়েকজন আছিল জৰ্জ—সেই নামটো হেনো জৰ্জ ওৱাছিংটনৰ নাম অনুযায়ীয়ে দিয়া হৈছিল। জৰ্জ হুইটমেন 'ব'ৰ্ড অৱ ওৱাটাৰ ওৱৰ্কছ'ৰ এজন পৰিদৰ্শক আছিল। পিছে তেওঁ ভায়েকৰ সাহিত্য চৰ্চাক কোনো মূল্যই নিদিছিল। 'Leaves of Grass' য়ে জনগণৰ সমাদৰ পোৱাৰ বহুত পিছত জৰ্জে এঠাইত বোলে এনে ধৰণৰ মন্তব্য দিছিল —'মই কিতাপখন দেখিছোঁ, কিন্তু পঢ়া নাই বা পঢ়াৰ যোগ্য বুলিও নাভাবো। আমাৰ মায়েও সেইদৰে ভাবে।'

ওৱাল্ট হুইটমেনৰ বাল্য আৰু কৈশোৰৰ জীৱন আছিল অস্থিৰ আৰু চঞ্চল, এঘাৰ বছৰ বয়সতে স্কুলীয়া জীৱনৰ ইতি কৰি তেওঁ ইটো সিটো নানা কাম কৰি ফুৰিছিল। সেই এঘাৰ বছৰ বয়সত এখন উকীলৰ ফাৰ্মত ফাইফৰমাছ খটা ল'ৰা হিচাপে এবছৰ কাল কাম কৰাৰ পিছত হুইটমেনে এখন ছপাশালত শিক্ষানবিশ হৈছিল। তাৰ পিছত তেৰ বছৰ হওঁতে 'লং আইলেণ্ড ষ্টাৰ' নামৰ বাতৰি কাকতৰ ছপাশালত নতুন এটা কাম পাই গুচি গৈছিল। হুইটমেনৰ মগজৰ এই চঞ্চল পোকটোৱে তেওঁক এঠাইত বেছিদিন স্থিৰেৰে থাকিব নিদিছিল। তেওঁ যে কাম নকৰিলে নচলে সেই কথা বুজিছিল, কিন্তু একেখন ঠাইতে বেছিদিন থকাটোও তেওঁৰ বাবে দুঃসাধ্য আছিল, সেয়ে আজি অ'ত কালি ত'ত এনেকৈ কাম কৰি ঘূৰি ফৰিছিল। কিন্তু তেওঁৰ নিজৰ ভাষাতে 'মাত্ৰ জীয়াই থাকিবৰ বাবেই' তেওঁ কাম কৰিছিল।

হুইটমেনৰ ১৬ বছৰ বয়স হওঁতে তেওঁ নিউইয়ৰ্কলৈ গৈ কাকতৰ কম্পজিটৰৰ কাম কৰি পেটৰ ভাত মোকোলাইছিল। কিন্তু সাংবাদিকৰ লগত জড়িত কামে তেওঁক আমুৰাইছিল। সেয়ে এইবাৰ তেওঁ আন এটা বৃত্তি বাছি ল'লে—সেইটো হ'ল শিক্ষকতা। শিক্ষাদানৰ অৰ্হতা তেওঁৰ কিমানেই বা আছিল, তথাপিও ইয়াৰ পাছৰ তিনিটা বছৰ গাঁৱত ঘূৰি তাৰ বিভিন্ন স্কুলত পঢ়ুৱাই হুইটমেনে জীৱন নিৰ্বাহ কৰিছিল। তেতিয়া তেওঁ কোনোবা ছাত্ৰৰ ঘৰত থাকি শিক্ষকতা কৰিছিল।

পিছে অস্থিৰমতি হুইটমেনে পুনৰ বৃত্তি সলাইছিল। কৰি বছৰ হওঁতে তেওঁ এইবাৰ নিজৰ চহৰ হাণ্টিংটনলৈ গুচি গৈছিল আৰু তাতে সৰু প্ৰেছ এটা কিনি Long Islander নাম দি বাতৰি কাকত এখন উলিয়াইছিল। সেইখনৰ সম্পাদনাৰ পৰা আখৰ জোঁটনি কৰালৈকে সকলো কাম তেওঁ অকলেই কৰিছিল। কিন্তু পুনৰ তেওঁক এই কামেও আমুৰাইছিল, হয়তো নিজে অকলে এখন কাকত প্ৰকাশ কৰাটো তেওঁৰ বাবে দুঃসাধ্য হৈ উঠিছিল, কাৰণ ইয়াৰ পিছৰ ছটা বছৰ তেওঁ যিবোৰ কাৰ্যত

নিযুক্ত আছিল. সেই আটাইবোৰেই দৈনিক আৰু তিনিদিনীয় বাতৰি কাকতৰ লগতে জড়িত, গতিকে সাংবাদিকতাই তেওঁক ঠিক আমুৱাইছিল বুলিও ক'ব নোৱাৰি।

ওৱাল্ট হুইটমেনৰ সাতাইছ বছৰ বয়স হোৱাত তেওঁ Brooklyn Eagle নামৰ কাকতখনৰ সম্পাদক হৈছিল। ইতিমধ্যে তেওঁ গদ্য আৰু পদ্য দুয়োবিধ ৰচনাতে হাত দিছিল, সেই লেখাবোৰৰ কিছু কিছু অ'ত ত'ত প্ৰকাশিতো হৈছিল। পিছে সৃষ্টিধৰ্মী গদ্যত তেওঁৰ সফল হোৱাৰ আশা নাছিল, কিছুমান গল্পৰ বীভৎস নামেই তেওঁৰ কাহিনীৰ কি ধৰ্ম সেই কথা প্ৰকট কৰে। নামবোৰ হ'ল—'One wicked Impulse', 'Death in the Schoolroom,' 'Revenge and Requital', 'A Tale of a Murderer Escaped,' 'wild Frank's Return'.

পিছে এই বিশ্ববিখ্যাত কবিজনে সেই সময়ত যিবোৰ কবিতা লেখিছিল সেইবোৰ গল্পবোৰতকৈয়ো নিকৃষ্ট বিধৰ আছিল। সেই কবিতাবোৰৰ ছন্দ আছিল গতানুগতিক আৰু কষ্টসাধ্য, তাত প্ৰকাশ পোৱা ভাবধাৰাও আছিল গতানুগতিক, প্ৰকাশভংগীও সাবলীল নাছিল। অংশ্যে ওৱাল্ট হুইটমেনে তেতিয়া কবিতা লেখিবলৈ আৰম্ভ কৰিছিলহে মাত্ৰ, তথাপি এজন নতুন কবি হিচাপেও তেওঁৰ কবিতাৰ আংগিক আৰু সুৰ অদ্ভুত আৰু একেবাৰেই সম্ভাৱনাপূৰ্ণ নাছিল। অথচ এৱেঁই হ'লগৈ এজন বিশ্ব-বিখ্যাত কবি!

প্ৰায় ত্ৰিছ বছৰ বয়সলৈকে হুইটমেনে 'ব্ৰুকলীন ঈগল'তে কাম কৰি আছিল। সেই দুই বছৰৰ ভিতৰত তেওঁ দেউতাকৰ কাঠ মিস্ত্ৰি হিচাপে ঘৰ দুৱাৰ সজা বৃত্তিত সহায় কৰি দিছিল, নীৰস প্ৰবন্ধ-পাতি লেখিছিল আৰু কিতাপৰ সমালোচনা কৰিছিল। তাৰ মাজতে সময়-সুবিধা পালে অপেৰা আৰু থিয়েটাৰলৈ গৈছিল। এই দুই বছৰত তেওঁ Franklin Evans, or The Inebriate নামেৰে উপন্যাস জাতীয় কিতাপ এখনো লেখিছিল। ভাবপ্ৰবণতাৰে ভৰপূৰ কিছুমান নিম্নস্তৰৰ লেখাও এই সময়তে হুইটমেনে লেখি উলিয়াইছিল।

এই ডেকা কালছোৱাত ওৱাল্ট হুইটমেনৰ সাজ-পোছাক আছিল এজন ফুলবাবুৰ দৰে। তেওঁ মূৰত টুপী, হাতত মিহি লাঠি আৰু কোটৰ পকেটত ফুল এটা লগাই দৰ্শনীয় দৃশ্য এটা হৈ ঘূৰি ফুৰিছিল। তাৰ পিছত এই কাগজৰ চাকৰিও হুইটমেনে এৰি দিছিল আৰু লগত পোন্ধৰ বছৰীয়া সৰু ভায়েক জেফক লৈ দক্ষিণৰ নিউ অৰ্লিয়েন্স চহৰলৈ গৈ New Orleans Daily Crescent নামেৰে আন এখন বাতৰি কাকতত সাংবাদিকৰ চাকৰি লৈ সোমাইছিল। সেইটো আছিল ১৮৪৮ চন। কিন্তু এই কাকতখনত তেওঁ মাত্ৰ তিনি মাহহে টিকি থাকিব পাৰিলে আৰু সেই বছৰৰে জুন

মাহত তেওঁ পুনৰ ব্ৰুকলিনলৈ উভতি গৈ Freeman নামৰ এখন সাপ্তাহিক বাতৰি কাকতৰ সম্পাদক হিচাপে চাকৰিত সোমাইছিল। পিছে পুনৰ সেই ইতিহাস, পুনৰ এবছৰ চাকৰি কৰাৰ পিছত হুইটমেনে Freeman কাকতো পৰিত্যাগ কৰিছিল।

ওৱাল্ট হুইটমেনে কোনোদিন বিয়া নকৰালে, কিন্তু তেওঁক যেতিয়া সমকামী বুলি মানুহে কোৱাকুই কৰিবলৈ ধৰিলে তেতিয়া এই নিউ অৰ্লিয়েন্স বাসৰ সুদীৰ্ঘ চল্লিছ বছৰ পিছত তেওঁ নিজেই এনে ধাৰণাৰ ইংগিত দিব ধৰিলে যে সেই চহৰখনত তেওঁৰ এগৰাকী প্ৰেমিকা আৰু কেইটামান অবৈধ সন্তানো আছে। পিছে তেওঁৰ জীৱনীকাৰ সকলে বহুতো তথ্যপাতি ঘাটিও তেনে প্ৰেমিকাৰ কোনো অস্তিত্ব বিচাৰি পোৱা নাছিল। তেতিয়া সকলোৱে ধৰি ল'লে যে তেওঁৰ সমকামী প্ৰবৃত্তিৰ বদনামৰ পৰা উদ্ধাৰ পাবলৈকে তেওঁ এই অসত্য কাহিনী প্ৰচাৰ কৰিছিল।

প্ৰায় আঠাইছ বছৰ মানৰ পৰা হুইটমেনে ইমান দিনে পাতলভাৱে লেখি থকা কবিতাৰ ধাৰাটোৰ পৰা নিজকে মুক্ত কৰি আনি অলপ বেলেগ ধৰণৰ কবিতা লেখিবলৈ আৰম্ভ কৰিছিল। অৱশ্যে তেতিয়াও তেওঁ সাহিত্যত নতুনত্বৰ বাহক বুলি স্বীকৃতি লাভ কৰিব পৰা কবিতা লেখিব পৰা নাছিল। তথাপিও তেওঁৰ কবিতাৰ প্ৰকাশভংগী আছিল মুক্ত আৰু ছন্দৰীতিও পূৰ্বৰ দৰে ধৰা বন্ধা গতানুগতিক নাছিল। শেষত স্থুল কবিতাৰ দিনৰ পৰা এনেকৈয়ে নানা ধৰণৰ পৰীক্ষা-নীৰিক্ষাৰ মাজেদি আহি ওৱাল্ট হুইটমেন এনে এক কাব্যিক সাফল্যৰ শিখৰত উপনীত হৈছিল যি অভূতপূৰ্ব। তেওঁৰ তেতিয়া পয়ত্ৰিছ বছৰ বয়স হৈছিল। সেই সময়তে তেওঁ কবিতাৰ সংকলন এখন প্ৰকাশৰ ইচ্ছাৰে বাৰটা নামবিহীন কবিতালৈ তাক 'Leaves of Grass' নামেৰে নামকৰণ কৰি ব্ৰুকলিনৰ সৰু প্ৰেছ এটাত ছপা কৰিবলৈ দিছিল। তেওঁ দাবী কৰিছিল যে এই পদ্যপুথিখনে 'গণতান্ত্ৰিক ধাঁহবন'ক গৌৰৱান্বিত কৰিব যাৰ আন নাম হ'ল আমেৰিকান আত্মা।

'Leaves of Grass'ৰ বেটুপাতত হুইটমেনৰ ফটো এখন দিয়া হৈছিল—সেই ফটো আগৰ ফুলবাবুৰ সম্পূৰ্ণ বিপৰীত, সেইখন আছিল সাধাৰণ মানুহৰ ফটো। হুইটমেনে চেষ্টা কৰিছিল তেওঁক লৈ এক কিম্বদন্তীৰ সৃষ্টি হওক। তেওঁৰ কিতাপ আৰু তেওঁক লৈ কিম্বদন্তী সৃষ্টি কৰাৰ এই সাধনাত তেওঁ প্ৰায় সমগ্ৰ জীৱনেই অতিবাহিত কৰিছিল—যি সাধনাত তেওঁ সফলো হৈছিল। Leaves of Grass' খনৰ প্ৰথম প্ৰকাশৰ সময়ত তেওঁ নিজকে 'অশিক্ষিত সকলৰ প্ৰিয়পাত্ৰ' আৰু শ্ৰমিক শ্ৰেণীৰ সমগোত্ৰীয় এজন মানুহৰ দ্বাৰা এই কিতাপখন ৰচিত হৈছে বুলি বিজ্ঞাপন দিছিল। সেই বিজ্ঞাপনটোত তেওঁ এই ভাবমূৰ্তি প্ৰতিষ্ঠা কৰাৰ বাবে যিবোৰ বৰ্ণনাৰে নিজক অংকিত কৰিছিল সেইবোৰ যে অতিৰঞ্জনেৰে ভৰা আছিল তাত সন্দেহ নাই।

বিজ্ঞাপনটোৰ বহুতো অতিৰঞ্জিত আত্মপ্ৰচাৰৰ নমুনা এনে 'এই লেখকে শিক্ষিত মানুহৰ সংগ নলয়—' 'তেওঁ ৰাস্তাৰ মস্তানবোৰৰে এজন।' পিছে সমালোচক সকলে তেওঁক যিধৰণে ইতিকিং কৰিছিল আৰু হাঁহিছিল, সেই অট্টহাস্যৰ শব্দক ডুবাবৰ বাবেই যেন তেওঁ নিজে কোবোৱা নিজৰ ঢোলৰ শব্দ অদ্ভুত আৰু উচ্চগ্ৰামৰ কৰিব লগা হৈছিল।

'Leaves of Grass' এ আমেৰিকাৰ সমালোচক সকলৰ পৰা তেতিয়া সঁচায়ে অতি বিৰূপ সমালোচনা পাইছিল। তেওঁলোকৰ মন্তব্যবোৰ আছিল লেখকক ধৰাশায়ী কৰিব পৰা এনেধৰণে চোকা: 'কিতাপখন ইংৰাজী ভাষাৰ প্ৰতি এক অভদ্ৰতাৰ নমুনা' '…আমেৰিকাত এনে কোনো বাতৰি কাকত আছে বুলি আমি বিশ্বাস নকৰো যি এই জঘন্য কিতাপখনৰ কিবা উদ্ধৃতি প্ৰকাশ কৰিব …'

'আমাৰ চকুৰ আগতে ৰুচিবোধৰ যি বিকৃতি দেখিলোঁ—তাৰ বাবে লেখকে চাবুকেৰে কোবখোৱাৰ বাহিৰে আন কি ধৰণৰ পুৰস্কাৰ পাব পাৰে আমি ভাবি নেপাওঁ …পশুতকৈয়ো হীন হিচাপে এই লেখকক ভদ্ৰ সমাজৰ পৰা গোৰ মাৰি বাহিৰ কৰি দিব লাগে। এই কিতাপখনৰ আজে বাজে বকনিত কোনো বুদ্ধি বা কোনো নিয়মৰ চিন নাই, আমাৰ এনেহে লাগিছে ই যেন পগলা ফাটেকৰ পৰা পলাই অহা কোনোৱে পাগলৰ পুতৌলগা প্ৰলাপ।'

ইংলণ্ডৰ সমালোচক সকলেও ইমান কঢ়াকৈ নহ'লেও যথেষ্ট কঢ়া সমালোচনা আগ ঢ়াইছিল। 'গাহৰিৰ লগত অংক শাস্ত্ৰৰ যি সম্পৰ্ক এই ওৱাল্ট হুইটমেনৰো কলাৰ লগত এেক সম্পৰ্ক।' ইয়াত যেন প্ৰতিধ্বনিত হৈছিল আমেৰিকাৰ নিউ ইয়ৰ্ক টাইমছৰ দৰে বিখ্যাত কাকত এখনে 'Leaves of Grass' ৰ লেখক সম্বন্ধে লেখা এইখিনি কথাৰ 'এজন Centaur, আধা মানুহ আধা পশু …'

কিন্তু আচৰিত কথা যে 'Leaves of Grass' অৰ বিষয়ে কিছু ভাল কথা লেখিছিল আমেৰিকাৰ নিউ ইংলণ্ডৰ গোড়া আৰু ধৰ্মনিষ্ঠ সমালোচকে—'লেখকজন কাব্য জগতত এক নতুন পোহৰ।' 'The Man Without Country' নামৰ বিশ্ববিখ্যাত গ্ৰন্থৰ ৰচয়িতা' ধৰ্মযাজক এভাৰেট হেলেতো আৰু ভালকৈ লেখিছিল—'এজন ক্লান্ত মানুহে গ্ৰীষ্মকালত পাহাৰীয়া অঞ্চলত বাগৰি থাকি তেওঁৰ চাৰিও কাষৰ ঘাঁহনিৰ পাত-লতিকাক যিদৰে উপভোগ কৰে, এই কিতাপখনৰ সজীৱতা, সৰলতা আৰু বাস্তৱতা ভৰা পংক্তিবোৰ পঢ়িও তেনে ধৰণে উপভোগ কৰা যায়।' পিছে সকলোতকৈ আশ্চৰ্যজনক প্ৰতিক্ৰিয়া প্ৰকাশ কৰিছিল ৰাল্ফ্ ওৱাল্ডো এমাৰছনৰ দৰে এজন বিশ্ব-বিখ্যাত ব্যক্তিয়ে। এজন ভাওৰ কবিয়ে আন এজন ভাওৰ কবিলৈ লেখাৰ দৰেই তেওঁ 'Leaves of Grass' পঢ়ি হুইটমেনলৈ এইদৰে লেখিছিল: 'প্ৰেয়ম ছাৰ, মই

'Leaves of Grass' অৰ আশ্চৰ্য সুন্দৰ দানৰ প্ৰতি অন্ধ নহওঁ। আমেৰিকাই এই পৰ্যন্ত প্ৰকাশ কৰা 'ৱিট ( wit ) আৰু জ্ঞানৰ অসাধাৰণ পৰাকাষ্ঠা ঘটিছে এই কিতাপ-খনত। বিৰাট শক্তিয়ে আমাক যি আনন্দ দিয়ে, এই কিতাপখন পঢ়িও মই সেই একে আনন্দ পাইছোঁ। আপোনাৰ মহৎ বৃত্তিৰ আৰম্ভণিৰ এই স্তৰত মই আপোনাক অভিনন্দন জনাইছোঁ।'

অৱশ্যে হুইটমেনৰ এই আশাব্যঞ্জক ভৱিষ্যতক লৈ এমাৰছনে কৰা ভৱিষ্যৎবাণী বহুত বছৰলৈ সফল হোৱা দেখা নগৈছিল। তাৰ কাৰণ অৱশ্যে হুইটমেন নিজেও আছিল। তেওঁৰ আত্মসমৰ্থনো সমালোচক সকলৰ দৰেই মাত্ৰা চেৰাই যোৱা বিধৰ আছিল। তেওঁ নিজকে স্বৰ্গৰ আসনতে বহুৱাব খুজিছিল কিন্তু তাৰ ঘা-। তেওঁ যে সমগ্ৰ মানৱজাতিকো সেই আসনত বহুৱাইছে সেই কথাও সদৰ্পে ঘোষণা কৰিছিল। তেওঁৰ আটাইতকৈ বিখ্যাত কবিতা 'Song of myself' কবিতাৰ নিম্নোক্ত পংক্তিটো এই প্ৰসংগত উদ্ধৃত কৰিব পাৰি:

I Celebrate myself, and sing myself,
And what I assume, you shall assume,
For every atom belonging to me as good belongs to you.

ওৱাল্ট হুইটমেনৰ দ্বিতীয় সংস্কৰণৰ 'Leaves of Grass' অৰ কবিতাৰ সংখ্যা বাঢ়ি গৈ আগৰ বাৰটাৰ ঠাইত বত্ৰিছটা হৈছিলগৈ। তৃতীয় সংস্কৰণটো ওলাইছিল প্ৰথমটোৰ পাঁচ বছৰৰ পিছত আৰু ইয়াত নতুনকৈ ১২৪টা কবিতা সংযোজিত আৰু আগৰ কবিতাবোৰ নিৰ্মমভাৱে পৰিশোধিত হৈ প্ৰকাশ পাইছিল। তাৰ পিছত 'Leaves of Grass' খনৰ আৰু কেবাটাও সংস্কৰণ ওলাইছিল, তাত নতুন কবিতা কিছুমান অন্তৰ্ভুক্ত কৰা হৈছিল যদিও সেইবোৰ বিশেষ উল্লেখযোগ্য নাছিল। ১৯২৬ চনত হুইটমেনৰ মৃত্যুৰ পিছত Inclusive Edition নামৰ যিখন সংকলন ওলাইছিল তাত তেওঁ নিজে বাদ দিয়া কবিতা কিছুমানো সুমুৱাই দিয়া 'Leaves of Grass' অৰ নৱম সংস্কৰণটোৱে আছিল তেওঁৰ অনুমোদিত শেষ সংস্কৰণ। সেয়া আছিল ১৯২৬ চন।

'Leaves of Grass' খনৰ বাবে ওৱাল্ট হুইটমেনে গোটেই জীৱনটোৱে খাটিছিল। শেষলৈ কিতাপখনে তেওঁক যশস্যা আনি দিছিল কিন্তু আৰ্থিকভাৱে অলপো লাভবান হ'ব পৰা নাছিল। এনেকি কিতাপখনত লাগি থাকোঁতে তেওঁ প্ৰায় অনাহাৰেও থাকিবলগীয়া হৈছিল। সেয়ে 'Leaves of Grass' খন ওলোৱাৰ পিছত তেওঁ পুনৰ সাংবাদিকতালৈ উভতি গৈছিল আৰু ১৮৫৭ চনত তেওঁৰ আঠত্ৰিশ বছৰ বয়সত ওৱাল্ট হুইটমেন Brooklyn Daily Times অৰ সম্পাদক হৈছিল। তেওঁ সেই কাকতত

গৰিষ্ঠ সংখ্যক লোকে সমাজৰ শঠতা, বঞ্চনা, সংগঠিত বেশ্যাবৃত্তি আদিৰ প্ৰতি যি উদাসীন মনোভাৱ লৈ চলে তাৰ বিৰুদ্ধে অতি কঠোৰ সমালোচনা আগবঢ়াইছিল। পিছে তাত তেওঁ বেছি দিন সুখেৰে চাকৰি কৰিব নোৱাৰিলে। সেই সময়ত আমেৰিকা যুক্তৰাজ্যত উত্তৰ আৰু দক্ষিণ অঞ্চলৰ মাজত যি গৃহযুদ্ধ লাগিছিল তাত উত্তৰৰ ইউনিয়ন বাহিনীৰ হৈ যুদ্ধ কৰি তেওঁৰ ভায়েক জৰ্জ আহত হৈ ভাৰ্জিনিয়াৰ এটা শিবিৰৰ হাস্পাতালত পৰি আছিল। হুইটমেনে ভায়েকক শুশ্ৰূষা কৰিবলৈ তালৈ গুচি গৈছিল। তাৰ পিছত তেওঁ ওৱাছিংটনত বাৰ বছৰ কাল অতিবাহিত কৰিছিল আৰু বেছিভাগ সময় অতিবাহিত কৰিছিল যুদ্ধত আহত হোৱা সৈনিক সকলৰ পৰিচৰ্যাত। তেওঁ নিজে কিন্তু যুদ্ধত যোগদান কৰা নাছিল। সেই সম্পৰ্কে বিভিন্ন জনে বিভিন্ন কাৰণ দৰ্শাইছে। কিন্তু যুদ্ধত যোগ নিদিলেও আহত সকলৰ শুশ্ৰূষাত, তেওঁলোকৰ যন্ত্ৰণাময় দিনবোৰ নানা ধৰণে সহনীয় কৰাত ওৱাল্ট হুইটমেনে তেওঁৰ জীৱন একপ্ৰকাৰ উছৰ্গা কৰি দিছিল। তেওঁৰ তেতিয়া নিজৰ অন্ন সংস্থানৰ বাবে কোনো ধৰাবন্ধা চাকৰি নাছিল। অ'ত ত'ত প্ৰবন্ধ পাতি লিখি, কিতাপৰ কপি কৰি দি তেওঁ যি সামান্য আয় কৰিছিল তাৰেই কোনোমতে পেটৰ ভাত কেইটা মোকোলাইছিল। সেই সময়ত তেওঁৰ 'Hospital visits' নামৰ লিখনী সেই আহত সকলৰ দুখ-যন্ত্ৰণাৰ বৰ্ণনা আৰু তেওঁৰ নিজৰ সহানুভূতিৰে অতি মৰ্মস্পৰ্শী হৈছিল। Drum Taps নামৰ এলানি ধাৰাবাহিক লেখাতো জীৱনৰ সৌন্দৰ্য আৰু ভয়াবহতা, দুৰন্ত আবেগ আৰু শক্তি গভীৰভাৱে পৰিস্ফুট হৈছিল।

হুইটমেনৰ যুদ্ধত আহত সকলৰ প্ৰতি এই অসাধাৰণ সেৱাই তেওঁৰ কবিতাৰ পূৰ্বৰ সমালোচক সকলৰ মন কিছু কোমলাই পেলাইছিল। 'Leaves of Grass' অৰ প্ৰকাশৰ দহ বছৰৰ পাছত New York Times এ লিখিছিল—' – তেওঁৰ 'Leaves of Grass' যেতিয়া শুকাই যাব আৰু Drum Taps য়ে যেতিয়া অনুৰণন নোতোলা হ'ব তেতিয়াও তেওঁ যুদ্ধৰ সময়ত ওৱাছিংটনৰ হাস্পাতালত দেখুৱা আটাইতকৈ কষ্টকৰ আনুগত্য আৰু সেৱা পৰায়ণতাৰ বাবে তেওঁৰ স্মৃতিৰ প্ৰতি সন্মান অক্ষুণ্ণ হৈ থাকিব।'

আমেৰিকাৰ তেতিয়াৰ প্ৰেছিডেণ্ট আব্ৰাহাম লিংকনৰ মন্ত্ৰী সভাৰ সদস্য এজনে Indian Bureau of the Department of Interior'অত হুইটমেনক কেৰাণীৰ চাকৰি এটা দি দেশবাসীৰ হৈ কৃতজ্ঞতা জনাইছিল। পিছে সেই বিভাগৰ সচিব জেমস হাৰ্লেণ্ডে 'Leaves of Grass' খন কিবাকৈ পঢ়িবলৈ পালে আৰু লগে লগে তেওঁক সেই বীভৎস কিতাপৰ ৰচয়িতা হিচাপে চাকৰিৰ পৰা খেদিলে। পিছে

হুইটমেনৰ বন্ধু সকলৰ চেষ্টাত তেওঁক যেনিবা এটর্নি জেনেৰেলৰ অফিচলৈ বদলি কৰি চাকৰিত বাহাল ৰাখিলে। তেওঁ তাত পচপন্ন বছৰ বয়সলৈ চাকৰি কৰি আছিল।

হুইটমেনে 'Passage to Indian আৰু Democratic Vistas' নামৰ আন দুখন কিতাপো লেখিছিল। পিছে এটর্নি জেনেৰেলৰ অফিচত চাকৰি থকা সময়ছোৱাতো সাহিত্যিক হিচাপে তেওঁৰ সুদিন অহা নাছিল। তেওঁ নিজৰ কিতাপ নিজেই যে কেবল ছপা কৰি উলিয়াব লগা হৈছিল এনে নহয়, সেইবোৰ নিজে বিক্ৰীও কৰিব লগা হৈছিল। 'Leaves of Grass' অৰ পঞ্চম সংস্কৰণত তেওঁ এইদৰে জাননীৰ কাগজ এখন জাঁৰি দিছিল যে Passage to Indian আৰু Democratic Vistas নামৰ কিতাপ দুখনো গ্ৰন্থকাৰৰ ওচৰত পোৱা যাব।

হুইটমেনে এই সময়ছোৱাত মূৰৰ দুঃসহ যন্ত্ৰণাত ভুগিছিল। সৈন্যসকলৰ ক্ষতস্থান বোৰত বেণ্ডেজ বন্ধা কাম কৰাৰ ফলতে তেওঁৰ শৰীৰত কিবা জীৱাণু সোমোৱা বুলি তেওঁৰ ধাৰণা হৈছিল। কিন্তু ওৱাছিংটনক তেওঁ ভাল পাইছিল বাবে তাৰ পৰা অইন ঠাইলৈ গৈ বায়ু পৰিবৰ্তনৰ কথা কোনোদিন ভাবিব পৰা নাছিল। পিছে হুইটমেনৰ মূৰৰ বিষ বেছিহে হ'বলৈ ধৰিলে আৰু এতিয়া এই প্ৰৌঢ় বয়সত ইমান দিনে যি মৃত্যু চিন্তাৰ দ্বাৰা ভাবাক্ৰান্ত হৈ আছিল সেই চিন্তা ভয়ংকৰভাবে বৃদ্ধি পালে। এক বিষাদ আৰু নিঃসঙ্গতাবোধতো তেওঁ আক্ৰান্ত হ'ল। এই সময়তে তেওঁ নিউজার্ছিত ভায়েক জৰ্জৰ লগত থকা মাকক চাবলৈ গৈছিল। তাৰ কিছুদিন পিছতে মাকৰ মৃত্যু হৈছিল আৰু সেই আঘাতত হুইটমেন একেবাৰে ভাগি পৰিছিল। তেওঁ তাৰ পৰা লৰচৰ কৰিব নোৱৰা হৈছিল। তেওঁ যেন হঠাতে বুঢ়া আৰু দুৰ্বল হৈ পৰিছিল। ওৱাছিংটনত গঢ়ি উঠা বন্ধুৰ দলটোও ছেদেলি-ভেদেলি হৈ গৈছিল। সেই সময়ছোৱাত তেওঁ ভায়েক জৰ্জৰ লগতে থাকি ঘৰৰ পৰা কেইখোজমান ওলোৱাৰ পিছতেই তেওঁ আৰু খোজ কাঢ়িব নোৱৰা হৈ পৰে। তথাপি দুটা পইচা অৰ্জাৰ আশাত তেওঁ ঘৰৰ কাষৰ ৰাস্তা এটাত বাস্কেট এটাৰ পৰা তেওঁৰ লেখা কিতাপ যি পাৰে দুই এখন বিক্ৰীৰ চেষ্টা কৰিছিল।

হুইটমেনে এই অসুখৰ পৰা কোনো দিন নিৰাময় নহ'ল যদিও ইয়াৰ পিছতো তেওঁ সুদীৰ্ঘ কুৰি বছৰ জীয়াই আছিল। ষাঠি বছৰৰ আগভাগ মানত তেওঁ অলপ সুস্থ অনুভৱ কৰিছিল আৰু সেই সময়তে তেওঁ কলৰাডো পৰ্যন্ত গৈ লিংকন বক্তৃতা প্ৰদান কৰিছিল। "When Lilacs Last in the Dooryard Bloom'd' নামৰ কবিতাটোৱে তেতিয়া জাতীয় ক্লাছিক হিছাপেও স্বীকৃতি লাভ কৰিবলৈ সক্ষম হৈছিল।

হুইটমেনে ইয়াৰ পিছত ভায়েক জৰ্জৰ ঘৰত নাথাকি সেই চহৰৰে বেলৰ ক্ৰছিঙৰ

ওচৰৰ এটা জৰাজীৰ্ণ আৰু জেকা ঘৰত থাকিবলৈ লৈছিল। তেতিয়া তেওঁৰ বয়স হৈছিল পয়ষষ্ঠি বছৰ। একেবাৰে ওচৰৰে অহাযোৱা কৰি থকা ট্ৰেইনৰ বিকট শব্দ আৰু অনতিদূৰৈত অৱস্থিত এটা সাৰ কাৰখানাৰ বীভৎস গোন্ধে তেওঁৰ জীৱন অতীষ্ঠ কৰি তুলি'ছিল। এজন মৃত নাৱিকৰ পত্নীয়ে তেওঁৰ সংসাৰৰ যাবতীয় কাম কৰি দিছিল আৰু অনুৰাগী পাঠকসকলে ধন সংগ্ৰহ কৰি তেওঁলৈ পঠাই তেওঁৰ পোহপালৰ ব্যৱস্থা কৰিছিল। তদুপৰি মাৰ্ক টোৱেইন, অলিভাৰ ওৱেণ্ডেল হ'মছৰ দৰে বিখ্যাত লেখককে ধৰি তেওঁৰ বত্ৰিছজন শুভাকাংক্ষীয়ে তেওঁৰ চলা ফুৰাৰ বাবে ঘোঁৰাগাড়ী এখনৰ বন্দবস্ত কৰি দিছিল। পয়ষষ্ঠি বছৰ হওঁতে তেওঁৰ আৰু এটা ষ্ট্ৰ'ক হোৱাত তেওঁ আংশিক পক্ষাঘাতত এক প্ৰকাৰ অসাড় হৈ পৰিছিল, ইফালে বৃক্কৰ যন্ত্ৰণাতো ভুগিব লগীয়া হৈছিল। তথাপি তেনে অৱস্থাতো তেওঁৰ সত্তৰ বছৰ পূৰ্তি উপলক্ষে জনোৱা সম্বৰ্দ্ধনাত উপস্থিত থাকিব পাৰিছিল আৰু তাৰো এবছৰ পিছত ওচৰৰে ফিলাডেল-ফিয়াত তেওঁ লিংকন বক্তৃতাও প্ৰদান কৰিছিল। অৱশ্যে বেছিভাগ সময়তে তেওঁ নিজৰ কমতে বিছনাত পৰি থাকিছিল— তেতিয়া তেওঁ মৃত্যুৰ পিনে ক্ৰমে আগবাঢ়ি গৈ আছিল কিন্তু তথাপি জীৱনৰ ওচৰত পৰাজয় বৰণ কৰা নাছিল।

বাসত্তৰ বছৰ হোৱাত ওৱাল্ট হুইটমেনে Leaves of Grass অৰ তেওঁৰ জীৱনৰ শেষ সংস্কৰণটো প্ৰস্তুত কৰি উলিয়াইছিল। নিজৰ বিষয়ে তেতিয়া লেখা তেওঁৰ এই কথাখিনি প্ৰণিধানযোগ্য, 'এটা টান খোলাৰ, ভগ্ন, কঠিন, প্ৰাচীন স্বাৰ্থপৰ অথবা সময়ত ঘঁহনি খোৱা শংখৰ দৰে-ভৰি নাই, একেবাৰে চলৎশক্তিহীন—বালিতটত নিপতিত—'

১৮৯১ চনৰ ডিচেম্বৰৰ শেষৰ পিনে হুইটমেন নিউমোনিয়াত আক্ৰান্ত হৈছিল। ডাক্তৰী পৰীক্ষাত দেখা গ'ল যে তেওঁ বেয়া ভাবে যক্ষ্মাৰোগতো আক্ৰান্ত হৈছিল। তথাপি সমস্ত শীতকালটো তেওঁ বাচি আছিল, তাৰ পিছত তেসত্তৰ বছৰ পূৰ্ণ হোৱাৰ আগতে ১৮৯২ চনৰ মাৰ্চ মাহত ওৱাল্ট হুইটমেনৰ মৃত্যু হৈছিল।

Leaves of Grass অৰ কেইটামান বিখ্যাত কবিতা যেনে, 'Song of Myself' Children of Adam' আদিত পৰিস্ফুট হোৱা যৌনতাৰ প্ৰাবল্যৰ লগত হুইটমেনৰ সন্ন্যাসীৰ দৰে জীৱনৰ বৈপৰীত্য মন কৰিবলগীয়া। তেওঁ বিয়া কৰোৱা নাছিল, তেওঁৰ প্ৰেমিক সত্তাৰ একমাত্ৰ নিদৰ্শন বোধহয় ব্ৰিটিছ সমালোচক মিছেছ এন. গিলক্ৰাইষ্টৰ লগত চিঠিপত্ৰৰ আদান-প্ৰদ'নতে ফুটি উঠিছিল। পিছে এই মহিলাৰ লগতো প্ৰকৃত অৰ্থত তেওঁৰ কোনো প্ৰেমৰ সম্পৰ্ক ঘটা নাছিল। তেওঁৰ এক সংগী পিটাৰ ডয়েলৰ মতে হুইটমেনৰ নাৰী জাতিৰ প্ৰতি কোনো আগ্ৰহ নাছিল।

হুইটমেনে জীৱনত অশান্তি পাইছিল তেওঁৰ সমালোচক আৰু গুণ মুগ্ধপাঠক—

উভয়বে পৰাই। কাৰণ অতিপাত নিন্দা আৰু অতিপাত প্ৰশংসা দুয়োটাই যন্ত্ৰণাৰো কাৰণ হ'ব পাৰে। হুইটমেনক তেওঁৰ প্ৰশংসাকাৰী সকলে লেখক হিচাপে একেবাৰে সপ্তম স্বৰ্গত তুলি থৈছিল—তেওঁৰ কিতাপ হেনো গণতন্ত্ৰৰ এক বাইবেল স্বৰূপ, তেওঁৰ কিতাপত লেখা হোৱা কথাবোৰেই হ'ল শেষ কথা।

আমেৰিকাৰ মুক্ত কবিতাৰ প্ৰতি তাৰ জনক হুইটমেনৰ অৱদান আৰু বেছি-কবিতাৰ বিষয় বস্তুকো তেওঁ বহুত দূৰলৈ প্ৰসাৰিত কৰিছিল আৰু আধুনিক কবিতাৰ আত্মাকেই যেন মুক্তি দান কৰিছিল। পিছে ওৱাল্ট হুইটমেনে কেৱল দ্ৰুত গতিত আগবাঢ়ি যোৱা এক সভ্যতাৰ অনুৰণনকাৰী কণ্ঠস্বৰ হোৱাৰ বাবেই বা কবিতাত আঙ্গিকৰ নানাউদ্ভাৱনাৰ বাবেই এনে স্বীকৃতিৰ যোগ্যতা অৰ্জা নাছিল, তেওঁ যিহকেই লেখিছিল তাতেই যেন ফুটি উঠিছিল আৰু আগবাঢ়ি যোৱাৰ এক বিৰাট তাগাদা : আধা ভাৱদৰ্শী, আধা বস্তুবাদী কিন্তু সততে বিস্তাৰ লাভ কৰা আৰু সততে আগলৈ দ্ৰুত গতিত ধাবিত হোৱা এখন নতুন আমেৰিকাৰ বিৰাট গতিবেগ।

Leaves of Grass অক হুইটমেনে নিজেই কেতিয়াবা ভাষাৰ এক পৰীক্ষা-নীৰিক্ষা বুলি অভিহিত কৰিছিল। তেওঁৰ মতে কবিতাত কথিত ভাষাৰ সুৰ থাকিব লাগিব—ইয়াৰ ভিত্তি হ'ব বহল আৰু তলীভাগৰ মাটিৰ একেবাৰে ওচৰ চপা। তেওঁ 'An American Primer' নামৰ কিতাপখনত শব্দৰ ব্যৱহাৰৰ ক্ষেত্ৰত আমেৰিকানবাসীৰ বাবে আৰু বেছি স্বাধীনতা বিচাৰিছিল। তেওঁ কৈছিল—'দহ হাজাৰ দেশীয় শব্দ উপচিয়েই আছে, আমেৰিকাৰ লেখকসকলে তাৰ বহুত শব্দকে ব্যৱহাৰ কৰিব পাৰে ; সেই শব্দবোৰত জাতীয় ৰক্ত সোমাই আছে, গতিকে সেইবোৰেতো বিৰাট আদৰণি পাবই…'

ওৱাল্ট হুইটমেনৰ কিছুমান স্ব-বিৰোধিতাৰ চিনো তেওঁৰ কবিতাত ফুটি উঠে। মাটিৰ অতি চিনাকি গোন্ধ থকা শব্দ বা বিষয়ৰ ব্যৱহাৰৰ মুখপাত্ৰ হৈয়ো, নিজৰ কবিতাত গ্ৰাম্য স্থূল শব্দ, যৌনগন্ধী বাক্য অতিমাত্ৰাই ব্যৱহাৰ কৰিও তেওঁ নিজৰ সেই কবিতাত বাইবেলৰ ধৰ্মীয় গীতৰ গম্ভীৰতাও সমানেই ফুটাই তুলিছিল। পিছে ওৱাল্ট হুইটমেনৰ কবিতাৰ বিশেষত্ব তাতো—তেওঁৰ আলিংগন আছিল বহুদূৰলৈ বিস্তৃত, তাত তেওঁ সুন্দৰ আৰু কুৎসিৎ, ভাল আৰু বেয়া—দুয়োটা বিপৰীত ধৰ্মী সত্তাকে সমানে সুমুৱাই ল'ব পাৰিছিল। সেয়ে সকলো স্থূলতা সত্বেও Leaves of Grass এতিয়াও বিশ্বৰ এখন লেখত ল'বলগীয়া গ্ৰন্থ হৈ আছে।

# হেন্‌ৰি ফিল্ডিং

প্ৰসিদ্ধ ইংৰাজ কবি এছ. টি. ক'লৰিজৰ মতে বিশ্বৰ আটাইতকৈ নিখুঁত প্লট পৰিবেশিত গ্ৰন্থ তিনিখন হ'ল—ছফ'ক্লছৰ 'ইডিপাছ টিৰেনাছ', বেন্ জনছনৰ 'দ্য এল্‌কেমিষ্ট্' আৰু হেন্‌ৰি ফিল্ডিঙৰ 'টম জন্‌ছ্'। ইংৰাজী উপন্যাস সাহিত্যৰ জনক ৰূপে খ্যাত হেনৰি ফিল্ডিং ইংলণ্ডৰ ছমাৰছেটৰ ছাৰফাম পাৰ্কত ১৭০৭ চনত জন্মগ্ৰহণ কৰিছিল। তেওঁৰ দেউতাক ছাৰা এড্‌মাণ্ড্ ফিল্ডিং আছিল ডেনবিৰ আৰ্ল সকলৰ বংশধৰ। তেওঁ বিখ্যাত সেনাধ্যক্ষ মাৰ্লবৰোৰ অধীনত প্ৰথমতে কৰ্ণেল আৰু শেষত জেনাৰেল হৈছিল। জেনাৰেল ফিল্ডিঙে তেওঁৰ বৰ্ণাঢ্য চৰিত্ৰটোৰে পুতেকৰ উপন্যাস-বোৰত বাৰে ৰঙে ভুমুকি মৰা দেখা পাওঁ। বিশেষকৈ ১৭৫১ চনত প্ৰকাশ হোৱা হেনৰি ফিল্ডিঙৰ সৰ্বশেষ উপন্যাস 'এমেলিয়া'ত বাপেক চৰিত্ৰটো ভালকৈয়ে প্ৰকটমান।

১৭১৩ চনত স্পেনৰ লগত হোৱা সুদীৰ্ঘ যুদ্ধখন শেষ হৈছিল আৰু ইংলণ্ডৰ জয়ে মাৰ্লবৰোলৈ অতুলনীয় বিজয়ৰ গৌৰৱ কঢ়িয়াই আনিছিল। ইয়াৰ পিছত হেন্‌ৰিৰ দেউতাককে ধৰি এই যুদ্ধত অংশ গ্ৰহণ কৰা বহুতো সৈনিক বিষয়াই নিষ্কৰ্মা জীৱন-যাপন কৰি লণ্ডন চহৰ বা গাঁৱেভূঞে এনেয়ে টহল দিয়াৰ বাহিৰে কৰিবলগীয়া একোৱেই নাছিল। তেওঁলোকৰ টকা-পইছাৰো নাটনি হৈ আহিছিল। এই সকলো সৈনিকেই ফিল্ডিঙৰ উপন্যাসত স্থান পাইছে, অংকিত হৈছে তেওঁলোকৰ উচ্ছৃংখল আৰু বন্য জীৱন-যাপনৰ কাহিনী। টকাৰ অভাৱ বনৰীয়া স্বভাৱৰ এডমাণ্ড ফিল্ডিঙৰ বাবে বৰ আহুকালৰ কথা হৈ পৰিছিল। ১৭১২ চনৰ পৰা তেওঁ দৰমহা পাইছিল আধা, অথচ আজেবাজে খৰছৰ সীমা নাছিল।

এডমাণ্ড ফিল্ডিঙে ১৭০৬ চনত ছাৰ্ হেন্‌ৰি গ'ল্ড নামৰ সম্ভ্ৰান্ত আৰু গহীন প্ৰকৃতিৰ ভদ্ৰলোক এজনৰ জীয়ৰী ছাৰা গ'ল্ডক বিয়া কৰাইছিল। ছাৰ হেন্‌ৰি গ'ল্ড কিংছ বেঞ্চৰ এজন বিচাৰক আছিল। জীয়েকৰ এই বিয়াত তেওঁৰ সম্মতি নাছিল বাবে ছাৰা এড্‌মাণ্ডৰ লগত পলাই গৈছিল। পিছৰ কালত হেন্‌ৰি ফিল্ডিঙেও বাপেক মাকৰ দৰেই পলাই বিয়া কৰিছিল। এনেকি তেওঁৰ উপন্যাসবোৰতো বেছি ভাগ বিয়াই প্ৰেমিক-প্ৰেমিকাৰ পলায়ন বিয়াই আছিল। হেন্‌ৰি ফিল্ডিঙৰ তেজত তেওঁৰ মাক-দেউতাকৰ বংশৰ দুই বিপৰীতধৰ্মী ধাৰা প্ৰবহমান আছিল। দেউতাকৰ বন্য তেজ আৰু মাকৰ দেউতাকৰ বিচাৰক সুলভ গহীন আৰু সংযমী তেজ তেওঁৰ শৰীৰত যেন এক সংঘৰ্ম স্থলহে হৈছিল।

ছাৰ হেন্‌ৰি গল্ডে তেওঁৰ উইলত ছাৰা আৰু তেওঁৰ সন্তান কেইটালৈ এটা ঘৰেৰে সৈতে কিছু সম্পত্তি লেখি থৈ গৈছিল, কিন্তু জে'ৰায়েকক এটা কপৰ্দকো দি যোৱা নাছিল। তেওঁৰ ১৭১০ চনত মৃত্যু হৈছিল। সেইসময়ত হেনৰি ফিল্ডিঙৰ বয়স আছিল মাত্ৰ তিনি বছৰ। দেউতাকৰ মৃত্যুৰ পিছত ছাৰাই দেউতাকে দি যোৱা ডৰছেটৰ ইষ্ট ষ্টাৱাৰ নামৰ ঠাইত ল'ৰা-ছোৱালী কেইটাক লৈ থাকিবলৈ লৈছিল। উইল অনুযায়ী ছাৰাৰ গিৰিয়েকৰ তাত অধিকাৰ নথকা বাবে তেওঁ আয়াৰ্লেণ্ডলৈ গুছি গৈছিল, পিছে ১৭১৮ চনত ছাৰাৰ মৃত্যু হোৱাত এডমাণ্ড ফিল্ডিঙে ইষ্ট ষ্টাৱাৰলৈ আহি ঘৰ সম্পত্তি অধিকাৰ কৰি তাত নিগাজী হোৱাৰ চেষ্টা কৰিছিল।

কিন্তু ছাৰ হেন্‌ৰি গ'ল্ডৰ উইলমতে জে'ৰায়েকৰ সেই ঘৰৰ মাটিত কোনো দাবী নাছিল। সেয়ে তেওঁৰ বিধৱা পত্নী লেডী গ'ল্ডে জে'ৰায়েকৰ লগত এখন আইনৰ যুদ্ধ লগাই গৈছিল, তদুপৰি ছাৰাৰ ল'ৰা-ছোৱালী কেইটাক চোৱা-মেলা কৰিবলৈ ওচৰতে ছেলিছ্‌বাৰীত ঘৰ এটা লৈ তাতে বাসো কৰিছিল। ফলত এড্‌মাণ্ড ফিল্ডিঙৰ তেওঁৰ ল'ৰা-ছোৱালীৰ ওপৰত অধিকাৰ নথকাৰ দৰে হৈছিল। ১৭২১ চনত তেওঁ এনেকি স্কুললৈ যোৱা পথত তেওঁৰ দুটা সন্তানক অপহৰণ কৰি লৈ যোৱাৰ চেষ্টাও কৰিছিল—যি চেষ্টা অৱশ্যে ফলৱতী নহ'ল। সেইটো বছৰত হেন্‌ৰিয়ে ইটনত পঢ়ি আছিল, কিন্তু এদিন তাৰপৰা তেওঁ আইতাকৰ ছেলিছ্‌বেৰীৰ ঘৰলৈ পলাই আহিছিল।

ফিল্ডিঙৰ উপন্যাসবোৰত সন্তান আৰু মাক-বাপেকৰ মাজৰ সম্পৰ্কক লৈ এনে কিছুমান ঘটনা দেখুৱা হৈছে যিবোৰ সচৰাচৰ সাংসাৰিক জীৱনত নঘটে। তেওঁৰ মাক-বাপেকৰ অসুখী সম্পৰ্ক, নিজৰ অসুখী বাল্যকাল (যি বাল্যকালত তেওঁ মাক-বাপেকৰ পাব লগা যত্ন আৰু সান্নিধ্য নাপালে) আদি কথাই তেওঁৰ উপন্যাসবোৰৰ বেছিভাগতে আত্মজীৱনীৰ বিচিত্ৰ বহন সানিছিল। দেউতাকৰ প্ৰতি ভালপোৱাৰ সলনি ভয়ৰ প্ৰাবল্যই আছিল তেওঁৰ বাল্যকালৰ প্ৰধান বৈশিষ্ট্য। জে'ৰায়েকৰ লগত মকৰ্দমা চলি থকা সময়ত লেডী গ'ল্ডে এফিডেভিটত লেখা এইখিনি কথা এই প্ৰসংগত প্ৰণিধানযোগ্য'...ল'ৰা-ছোৱালী কেইটাৰ লগত অতি বৰ্বৰ, নিষ্ঠুৰ আৰু অমানৱিক ব্যৱহাৰ কৰা হৈছিল...অতি নিঃকিন ধৰণৰ খাদ্য খুউৱা হৈছিল, মাৰধৰ কৰা হৈছিল, প্ৰোটেষ্টাণ্টৰ যোগ্য শিক্ষা দিয়া হোৱা নাছিল।' অৱশেষত এই মকৰ্দমাটোত এড্‌মাণ্ড ফিল্ডিঙৰ পৰাজয় হৈছিল। ইতিমধ্যে লণ্ডনত খাদ্যৰ দোকান এখন চলোৱা ৰাফা নামৰ এগৰাকী বিধবাক তেওঁ বিয়াও কৰিছিল।

হেন্‌ৰি ফিল্ডিঙৰ স্বভাৱটো একালে বাপেকৰ দৰে বন্য হৈ উঠিছিল অথচ আনফালে

মাকৰ পৰিয়ালৰ ভদ্ৰতা আৰু সম্ভ্ৰমবোধেও তেওঁক অতি আকৰ্ষণ কৰিছিল। 'টম্ জ'নছ' আৰু 'জোছেফ এণ্ড্ৰুজ' নামৰ তেওঁৰ দুয়োখন উপন্যাসতে দেখুৱা পিতৃ আৰু সন্তানৰ মাজৰ সম্পৰ্ক আৰু ঘটনাই কাহিনীৰ মূল কথাটো এইদৰে প্ৰকাশ কৰে— এজন দুৰ্ভগীয়া ছিন্নমূল ল'ৰা যি মাকবাপেকৰ সুৰক্ষা আৰু নিৰাপত্তা বিচাৰি ফুৰিছিল। আনহাতে 'টম্ জ'নছ'ৰ মিঃ অলওৰৰ্দি আৰু শেহতীয়া উপন্যাস 'এমেলিয়া'ৰ ডক্টৰ হেৰিছনৰ দৰে চৰিত্ৰৰ মাজেৰে তেওঁ মাতৃকূলৰ সম্ভ্ৰান্ত দিশটোও ফুটাই তুলিছিল যিসকলক তেওঁ একধৰণৰ পিতৃ হিচাপে কল্পনা কৰি লৈছিল। এই দুয়োবিধ চৰিত্ৰৰে গঠিত হেন্‌ৰি। ফিল্ডিঙৰ নিজৰ জীৱনৰ এটা সময়ত নিজৰ উচ্ছৃংখলতাইহে প্ৰাধান্য পাইছিল। ১৭২৫ চনত তেওঁ আনৰ এজনী বাকদত্তা ছোৱালী ছাৰা এণ্ড্ৰুক অপৰহণ কৰাবো চেষ্টা কৰিছিল। ছোৱালীজনী ফিল্ডিঙৰ মাকৰ পৰিয়ালৰে সম্পৰ্কীয় আছিল। তেওঁৰ এনে স্বভাৱৰ ফলত মোমায়েকৰ পৰিয়ালৰ লগত বিচ্ছেদ ঘটিছিল যদিও মাকৰ সম্পৰ্কীয় মানুহবোৰৰ লগত সম্পৰ্ক ৰাখিবলৈ তেওঁ মনেপ্ৰাণে ব্যাকুল হৈ থাকিছিল। সম্মান, সম্ভ্ৰমবোধ আদিৰ প্ৰতি আকুলতা থকা স্বত্বেও বাপেকৰ তেজে তেওঁক বাৰে বাৰে কুপথলৈ টানি নিছিল।

হেন্‌ৰি ফিল্ডিঙৰ দেউতাকৰ ১৭৪২ চনত মৃত্যু হৈছিল। বাপেক-পুতেকৰ সম্পৰ্ক কিন্তু শেষলৈ সৌহাৰ্দপূৰ্ণই হৈছিল। বাপেকে তেওঁক বছৰি ২০০ পাউণ্ডকৈ বছৰেকীয়া খৰচ এটা দিয়াৰ বন্দৱস্ত হৈছিল যদিও সি নামত হে, কামত কোনোদিনে সেই ধন তেওঁ নাপালে। তথাপি হেন্‌ৰি ফিল্ডিঙৰ বাল্যকালটো ইংলণ্ডৰ আন এক ডাঙৰ ঔপন্যাসিক চাৰ্লছ ডিকেন্সৰ দৰে বিষাদময় আৰু অন্ধকাৰাচ্ছন্ন নাছিল। কাৰণ স্বভাৱত তেওঁ তজবজীয়া আৰু প্ৰাণ প্ৰাচুৰ্যৰে ভৰা ল'ৰা আছিল, গতিকে দুখ-দাৰিদ্ৰই তেওঁৰ জীৱনীশক্তি কমাবপৰা নাছিল। হেন্‌ৰি ফিল্ডিং দেখিবলৈও বৰ ধুনীয়া আছিল আৰু বাল্যকাল অতিক্ৰমি যৌৱনত পদাৰ্পণ কৰাত তেওঁ ছয় ফুটতকৈয়ো ওখ হৈছিল, ফলত স্বাভাৱিকতে তেওঁৰ চেহেৰাৰ বাবে ছোৱালীবোৰ তেওঁৰ প্ৰতি আকৰ্ষিত হৈছিল। তেওঁৰ প্ৰায় ৮০০ পৃষ্ঠাৰ সুবৃহৎ উপন্যাস 'টম জ'নছ'ৰ নায়ক টম্ জ'নছো চেহেৰাই পাতিয়ে তেওঁৰ দৰেই আছিল—অৰ্থাৎ তেওঁ সকলো দিশতে নিজকে মডেল কৰি টম্ জ'নছৰ চৰিত্ৰটো সৃষ্টি কৰিছিল।

ইটনত পঢ়ি থকা কালত তেওঁৰ জ্ঞান-বিজ্ঞানৰ প্ৰতি হেঁপাহ উপজিছিল আৰু হোমাৰ, ইস্কাইলাছ, এৰিষ্ট'টল্, চিচেৰো আদিৰ ধ্ৰুপদী সাহিত্য অধ্যয়ন কৰিছিল। হেন্‌ৰি ফিল্ডিঙৰ চৰিত্ৰত তিনিটা বৈশিষ্ট্য প্ৰকট হৈ উঠিছিল—এটা আছিল উদণ্ড আৰু বন্য; এই চৰিত্ৰৰ মানুহ ফিল্ডিঙে কিছুমান অশালীন নাটক লেখিছিল যি সভ্য-ভদ্ৰ মানুহৰ বিতৃষ্ণাৰ উদ্ৰেক কৰিছিল। দ্বিতীয়টো আছিল এজন নীতিবাগিশৰ চৰিত্ৰ আৰু

তৃতীয়টো প্ৰকট হৈছিল এজন ধ্ৰুপদী সাহিত্যৰ পণ্ডিত হিচাপে। তেওঁৰ সমসাময়িক লোকসকলে তেওঁক এজন উদণ্ড লোক হিচাপেহে গণ্য কৰিছিল। তথাপি তেওঁৰ কুৰি বছৰ মান বয়সত লিখা অশ্লীল নাটকবোৰতো একধৰণৰ নৈতিকতাৰ ছাপ ফুটি উঠিছিল। সেইবোৰত তেওঁৰ পিছৰ লেখনীবোৰৰ কিছুমান বৈশিষ্ট্য দেখদেখকৈ ওলাই পৰিছিল—সেই বৈশিষ্ট্যবোৰ আছিল দুৰ্নীতি, উদ্ধতালি আৰু ভণ্ডামীৰ প্ৰতি চৰম ঘৃণা।

হেনৰি ফিল্ডিঙৰ উপন্যাসবোৰত উত্থাপিত হোৱা বিষয়বোৰৰ এটা হ'ল নিজৰ পৰিয়ালৰ ভিতৰতে ঘটা যৌন সম্পৰ্ক। সৰুকালৰে পৰা তেওঁৰ অবচেতন মনত সেই ভাব আৰু ভীতিটো সোমাই গৈছিল। কাৰণ তেওঁৰ দেউতাকে তিনি নে চাৰিবাৰ বিয়া কৰাইছিল আৰু ফলত যিবোৰ ল'ৰা ছোৱালীৰ জন্ম হৈছিল সেইবোৰ হেন্‌ৰিৰ ভাই-ভনী হ'লেও তেওঁৰ পৰা অতি নিলগে নিলগে থাকি যোৱা কেতবোৰ প্ৰাণী আছিল। গতিকে তেওঁৰ উপন্যাস 'জোছেফ এণ্ড্ৰুজ'ৰ একে নামৰ নায়কৰ মনত ফেনী নামৰ তেওঁৰ প্ৰেমিকাজনী তেওঁৰ সতায়া ভনায়েকে৷ হ'ব পৰাৰ যি আশংকা তথা সম্ভাৱনা সি হেন্‌ৰি ফিল্ডিঙৰ নিজৰ আশংকাৰে প্ৰতিফলন আছিল। টম জ'নছৰো প্ৰায় একেধৰণৰ আশংকাকে তেওঁ চিত্ৰিত কৰিছে—টম জ নছ যাৰ লগত যৌন সম্পৰ্কত লিপ্ত হৈছে তেওঁ টম জ'নছৰ সতায়া মাক নহয়তো?

ফিল্ডিঙৰ উপন্যাসবোৰৰ এটা মনোৰম দিশ হ'ল গাঁৱৰ অঞ্চলৰ বৰ্ণনাবোৰ। সৰু কালত তেওঁ যে ডৰছেটৰ ইষ্ট ষ্টাৱাৰত আছিল, সেই সেউজ পৃথিৱীৰ স্মৃতি তেওঁৰ মানসপটত বোধহয় অতি মধুৰতাৰে অংকিত হৈ আছিল, সেয়ে পিছত উপন্যাসবোৰত তাক তেওঁ মনোৰমভাৱে চিত্ৰিত কৰিছিল। আনহাতে লণ্ডনৰ জীৱনৰ যিবোৰ বৰ্ণনা পাওঁ, সি মৰিড, অন্ধকাৰাচ্ছন্ন, ভয়াবহ।

১৭২৮ চনত ফিল্ডিং লণ্ডনলৈ আহিছিল। তেতিয়া ইংলণ্ডত ৰজা আছিল জেকোবাইট্ দলৰ দ্বিতীয় জৰ্জ। পিছে কিছুদিন পিছতে হেনোভাৰ বংশৰ প্ৰথম জৰ্জ ৰজা হৈছিল আৰু তেওঁৰ প্ৰধানমন্ত্ৰী হৈছিল ছাৰ, ৰবাৰ্ট ওৱাল্‌পোল। তেওঁ ১৭২১ চনৰ পৰা ১৭৪২ চনলৈকে সেই পদত অধিষ্ঠিত আছিল। সেই সময়ছোৱাত হেন্‌ৰি ফিল্ডিঙো লণ্ডনৰ এজন জনাজাত লোক হৈ আছিল। মাজতে ১৭২৮ চনৰ পৰা ১৭২৯ চনলৈ এবছৰ কাল তেওঁ হলেণ্ডৰ লেডেন বিশ্ববিদ্যালয়ত পঢ়িবলৈ যোৱা বাবে তেওঁ সেই এবছৰ কালহে লণ্ডনত অনুপস্থিত আছিল। সেইসময়ত ইংলণ্ডৰ লগত স্পেইনৰ ছেগাছোৰোকাকৈ যুদ্ধ লাগি আছিল। ইফালে ৰবাৰ্ট ওৱালপোলে বেছ দক্ষতাৰেই দেশ চলাই নিছিল। সেই সময়ত ইংলণ্ডত টোৰি আৰু হুইগ নামৰ দুটা ৰাজনৈতিক দল আছিল—টোৰি দলটো হ'ল শক্তিশালী, ধনী সম্প্ৰদায় আৰু গীৰ্জাক

প্ৰতিনিধিত্ব কৰা দল। আনহাতে হুইগে প্ৰতিনিধিত্ব কৰিছিল সমাজৰ কম শক্তিশালী সম্প্ৰদায়ক। টোৰি সকলেই তেতিয়া ক্ষমতাত আসীন আছিল আৰু প্ৰথম জৰ্জৰ হেনোভাৰ বংশক তেওঁলোকেই থাপনা কৰিছিল।

হেন্‌ৰি ফিল্ডিঙে হেনোভাৰ সকলক সমৰ্থন কৰা নাছিল, সেয়ে তেওঁৰ 'টম জন্‌ছ' উপন্যাসত স্কোৱাইৰ ওৱেস্টাৰ্ণ ( Squire Western ) বুলি এটা চৰিত্ৰ সৃষ্টি কৰিছিল সি হেনোভাৰ পন্থী লোকসকলক হেনোভাৰ নিগনি ( Hanovar Rats ) বুলি গালি পাৰিছিল।

ইংলণ্ডৰ সমাজখনৰ ভিতৰত এই কালছোৱাত টোৰি আৰু হুইগ দুটা দলে যিভাবে বিভাজন আনিছিল তেনে বিভাজন ইংলণ্ডৰ সমাজত আগতে আৰু কেতিয়াও হোৱা নাছিল। এই বিভাজনৰ মূল কথা আছিল কিন্তু টকা পইছা। আৰু এটা বৈশিষ্ট্য আছিল চহৰ আৰু গাঁৱৰ পাৰ্থক্য অতি বেছি পৰিমাণে বাঢ় যোৱাটো। গতিকে আগৰ ঔপন্যাসিক ৰিচাৰ্ডছনৰ উপন্যাসত চিত্ৰিত শান্ত লণ্ডন নগৰীৰ বিপৰীতে ফিল্ডিঙৰ টম জ'নছত যিখন লণ্ডনৰ চিত্ৰ পোৱা যায় সেইখন হ'ল ধনী অভিজাত শ্ৰেণী, সাহিত্যিক বোহেমিয়ান আৰু দৰিদ্ৰ শ্ৰেণীৰ এখন অতি অসমতাৰে ভৰা সমাজ। এই লণ্ডনতে এই সময়ত উত্থান হ'ল একশ্ৰেণীৰ সমাজবিৰোধীৰ, দুৰ্নীতিৰো পয়োভৰ ঘটিল এই সময়ৰ লণ্ডনতে। তিৰোতাৰ দেহৰ বেহাও আৰম্ভ হ'ল এই সময়তে। ফিল্ডিঙে তেওঁৰ উপন্যাস 'এমেলিয়া'ত এইবোৰ চিত্ৰিত কৰিছে। এই সময়তে সস্তীয়া মদৰ দোকানেৰেও লণ্ডন চহৰ ভৰি গৈছিল। ১৭৩৩ চনৰ ভিতৰত লণ্ডনত এনে মদৰ সৰুসুৰা দোকানৰ সংখ্যা আছিল ছয় হাজাৰৰ পৰা সাত হাজাৰ মান। সেই সময়ৰ ইংলণ্ডৰ অৱক্ষয় আৰু পতিত সমাজখনৰ চিন পৰিস্ফুট হয় এই কথাতো যে ১৭১৬ চনত ইংলেণ্ড আৰু ওৱেলছত যাঠি হাজাৰ ঋণগ্ৰস্ত লোকক জেলত ভৰাই থোৱা হৈছিল।

পিছে ইয়াৰ বিপৰীতে ধনবান আৰু শক্তিমন্ত সকলৰ যি বিলাস বহুল আৰামৰ জীৱন চলিছিল তাক 'টম জ'নছত' ফিল্ডিঙে যি বাস্তৱতাৰে অংকিত কৰিছিল সি সম্ভৱ হৈছিল সেই ওপৰৰ শ্ৰেণীৰ মানুহক তেওঁ অতি ওচৰৰ পৰা দেখিছিল কাৰণেহে।

১৭২৮ চনত ফিল্ডিঙৰ বয়স হৈছিল একৈশ। তেওঁ তেতিয়া লণ্ডনত বোহেমিয়ান জীৱন এটা কটাই অনাই বনাই ফুৰিছিল। সেই সময়তে তেওঁৰ নাটক লেখাৰ চখ হৈছিল আৰু প্ৰায় আঠাইশখনমান নাটকেই লেখি উলিয়াইছিল। পিছে আজি তাৰে ভিতৰত এখন নাটকহে প্ৰসিদ্ধ হৈ আছে। সেইখনৰ নাম হ'ল—The Tragedy of Tragedies; or the Life and Death of Tom Thumb the Great.

ফিল্ডিঙৰ নাটকবোৰৰ মূল সুৰ আছিল ব্যংগৰ। তেওঁৰ কিছুমান নাটকক স্বয়ং ভলটেয়াৰেও প্ৰশংসা কৰিছিল। বহুতে ভাবে যে তেওঁ নাটকতে মনোনিবেশ কৰি থকা হ'ল এদিন মলিয়েৰৰ সমকক্ষ হ'ব পাৰিলেহেঁতেন। শেষৰ পিনে তেওঁৰ নাটকবোৰ প্ৰধানকৈ ৰাজনৈতিক হৈ পৰিছিল। অৱশ্যে ব্যঙ্গৰ সুৰটো অহৰহ বাজিয়েই থাকিছিল। তেওঁ ৰবাৰ্ট ওৱালপোলৰ বিভিন্ন ব্যঙ্গাত্মক চৰিত্ৰ চিত্ৰনেৰে এনেধৰণে আক্ৰমণ কৰি থাকিছিল যে শেষলৈ ১৭৩৭ চনত প্ৰধানমন্ত্ৰীয়ে নাটক অনুমোদনৰ আইন এখনেই প্ৰৱৰ্তন কৰিলে যাৰ দ্বাৰা সকলো নাটকৰ বাবেই নাট্যকাৰে লৰ্ড চেম্বাৰলেনৰ অনুমোদন ল'ব লগা হৈছিল, অন্যথাই পঞ্চাশ পাউণ্ড জৰিমনা ভৰিব লগা হৈছিল। ফিল্ডিঙক নাট্যকাৰ হিচাপে মৰীমূৰ কৰাই এই আইনখনৰ উদ্দেশ্য আছিল আৰু চৰকাৰৰ সেই উদ্দেশ্যে সফলো হৈছিল। তেওঁৰ নাটকবোৰ অনুমোদিত নোহোৱাত শেষত তেওঁ নাটক লেখা এৰি দিব লগা হৈছিল।

এইখিনি সময়ত তেওঁৰ বয়স হৈছিল ত্ৰিশ বছৰ। এক ধৰণৰ উচ্ছৃংখল জীৱন যাপনৰ বাবে তেওঁ কুখ্যাতো হৈ পৰিছিল আৰু লাহে লাহে আগৰ সুন্দৰ চেহেৰাও নোহোৱা হৈ আহিছিল। তেওঁৰ উপন্যাস বোৰত নায়িকাবোৰক অপৰূপ সুন্দৰী কৰি অংকন কৰা হৈছিল—যেনে 'আমেলিয়া' উপন্যাসৰ আমেলিয়া, 'টম জন্‌ছ' উপন্যাসৰ চোফিয়া, 'জোছেফ এণ্ড্ৰুজ' উপন্যাসৰ ফেণী। ১৭৩৪ চনত তেওঁ চাৰ্লটি ক্ৰেডক নামেৰে যিজনী ছোৱালীক বিয়া কৰাইছিল ( ফিল্ডিঙৰ প্ৰথমা পত্নী ) তেওঁক মডেল কৰিয়ে হেনো এইসকল নাৰী চৰিত্ৰ সৃষ্টি কৰা হৈছিল। এজন পুৰুষৰ দৃষ্টিত আদৰ্শ নাৰী চিত্ৰ এয়ে—ফিল্ডিঙে এই আদৰ্শ সমুখত ৰাখিয়ে হেনো এই নায়িকা সকলৰ ৰূপদান কৰিছিল।

চাৰ্লটি ক্ৰেডক ধুনীয়া, ধনীঘৰৰ জীয়ৰী আৰু নানা গুণ সম্পন্না ছোৱালী আছিল। এওঁক বিয়া কৰাবলৈ হেন্‌ৰী ফিল্ডিঙে চাৰি বছৰ অপেক্ষা কৰিব লগা হৈছিল—সেই সময় ছোৱাত নানা ঘাত প্ৰতিঘাতৰ মাজেৰে গৈ তেওঁ প্ৰেমৰ অগ্নি পৰীক্ষা দিব লগা হৈছিল। তেতিয়া তেওঁৰ অৱশ্যে টকা পইছাৰ অভাৱ নাছিল, কাৰণ নাটকবোৰ লেখি আৰু তাৰ অভিনয় কৰাই তেওঁ যথেষ্ট ধন ঘটিছিল। অৱশ্যে পিছলৈ নাটক লেখা এৰি দি ফিল্ডিঙে শেষ জীৱনত আইনৰ বৃত্তি গ্ৰহণ কৰিছিল। পিছে দেউতাকৰ দৰেই তেওঁৰো স্বভাৱ উচ্ছৃংখল হোৱা বাবে চাৰ্লটিৰ দৰে ছোৱালীৰ লগত বিয়া হোৱাৰ পিছতো জীৱনটো ভৰা মতে সুখৰ হ'ব পৰা নাছিল। তেওঁৰ নানা বদ অভ্যাসৰ ফলত টকাবোৰ যেনিয়ে তেনিয়ে খৰছ কৰি তেওঁ পত্নীয়েক আৰু সন্তানৰ লগত এক কঠোৰ আৰু দৰিদ্ৰ জীৱন যাপন কৰিব লগা হৈছিল। তাৰ বাবে তেওঁৰ মনত সদায়ে এটা অপৰাধবোধ আৰু অনুশোচনা জাগি থাকিলেও উদণ্ড জীৱনৰ হাত

বাউলিক তেওঁ কেতিয়াও নেওচা দিব পৰা নাছিল। ফিল্ডিঙৰ ঘৈণীয়েকৰ অতি অকালতে মৃত্যু ঘটিল (১৭৪৪ চন) যাৰ বাবে তেওঁ দুখতে বলিয়া হৈ যোৱাৰ দৰে হৈছিল। তেওঁৰ উপন্যাস 'আমেলিয়া'ত ফিল্ডিঙৰ ঘৰুৱা জীৱন সত্যৰূপত প্ৰতিফলিত হৈছে।

ফিল্ডিঙে চাৰ্লটিক পলুৱাই নি বিয়া কৰাইছিল বাবে ঘৈণীয়েকৰ পিনৰ পৰা কোনো যৌতুক পোৱা নাছিল। কিন্তু তাৰ কিছুদিনৰ পিছতেই চাৰ্লটিৰ মাকৰ মৃত্যু হৈছিল আৰু উত্তৰাধিকাৰীসূত্ৰে চাৰ্লটিয়ে ১৫০০ পাউণ্ড পাইছিল। সেই সময়ত ১৫০০ পাউণ্ডৰ মূল্য কম নাছিল কিন্তু ফিল্ডিঙৰ ধোৱাঁ খুলীয়া আৰু বিলাসী স্বভাৱৰ বাবে সেই ধন কিছুদিনৰ ভিতৰতে নিঃশেষ হৈ গৈছিল আৰু তেওঁ সপৰিবাৰে দাৰিদ্ৰৰ কঠোৰ জীৱন যাপন কৰিব লগা হৈছিল। তাৰপিছত তেওঁ আইন পঢ়ি এজন বেৰিষ্টাৰ হৈছিল (১৭৪০ চন) আৰু শেষলৈ সেইটো বৃত্তিতে মনপুতি লাগি থাকিছিল। ইতিমধ্যে তেওঁৰ ভিতৰত থকা সৎ আৰু নীতি বাগিশৰ চৰিত্ৰটোৱে বিকাশ লাভ কৰিছিল আৰু আগৰ উচ্ছৃংখল স্বভাৱ ক্ৰমে ত্যাগ কৰি পেলাইছিল। কিন্তু বেৰিষ্টাৰ হিচাপে সফলতা আহিবলৈ ফিল্ডিঙৰ প্ৰায় পোন্ধৰ বছৰ লাগিছিল। তেওঁৰ প্ৰিয় পত্নীয়ে কিন্তু তেওঁৰ এই গৌৰৱৰ ভাগ নাপালে।

সেই সময়ত অৰ্থাৎ প্ৰায় ১৭৪০-৪১ চন মানৰ ভিতৰত সেই যুগৰে আন এগৰাকী প্ৰখ্যাত ঔপন্যাসিক ছেমুৱেল ৰিচাৰ্ডচনৰ 'পামেলা' নামৰ উপন্যাসখনেই তেওঁকো একপ্ৰকাৰে প্ৰখ্যাত ঔপন্যাসিক হোৱাৰ পথলৈ ঠেলি দিলে বুলি ক'লেও বোধ হয় অত্যুক্তি কৰা নহয়। ১৭৪২ চনত তেওঁ ৰিচাৰ্ডছনৰ 'পামেলা'ৰ পেৰডি লেখিবলৈ গৈ 'ছামেলা' নামৰ এখন উপন্যাস লেখিলে আৰু পিছৰ বছৰত লেখিলে 'জোছেফ এণ্ড্ৰুজ'। 'ছামেলা'খন তেওঁ অৱশ্যে ছদ্মনাম দিয়ে লেখিছিল, কিন্তু এইটো ঠিক যে সৃষ্টিধৰ্মী কাহিনী তথা উপন্যাস লেখিবলৈ ৰিচাৰ্ডছনেই তেওঁক আগুৱাই দিছিল—যদিও ৰিচাৰ্ডছনৰ 'পামেলা'ৰ কাহিনী পঢ়ি তেওঁ আনে অত্যধিক প্ৰশংসা কৰা সেই উপন্যাস-খনক ব্যঙ্গ কৰিবলৈকে উপন্যাস লেখা কাম হাতত লৈছিল। 'জোছেফ এণ্ড্ৰুজ' উপন্যাসখনতো তেওঁ 'পামেলা'ৰ চৰিত্ৰবোৰক ব্যৱহাৰ কৰিছিল। স্বয়ং জোছেফ এণ্ড্ৰুজেই হ'ল ৰিচাৰ্ডছনৰ উপন্যাসৰ পামেলাৰ ভায়েক। এনেকি ৰিচাৰ্ডছনৰ পামেলাকো তেওঁ কিছুসময়ৰ বাবে 'জোছেফ এণ্ড্ৰুজ'ত অন্তৰ্ভুক্ত কৰিছিল।

'জোছেফ এণ্ড্ৰুজ'কে ইংলণ্ডৰ প্ৰথম গুৰুত্বপূৰ্ণ আধুনিক উপন্যাস বুলি ক'ব পাৰি। ৰিচাৰ্ডছন আৰু 'ডন কুইক্সোট'ৰ স্ৰষ্টা মিগুৱেল কাৰ্ভেণ্টিছৰ লেখাৰ বৈশিষ্ট্যৰ এটা সংমিশ্ৰণৰ ফলশ্ৰুতি এই 'জোছেফ এণ্ডজ' নামৰ উপন্যাসখন বুলি গণ্য কৰিব পাৰি। কিতাপখন আনন্দঘন, সুখপাঠ্য আৰু সুলিখিত, পাৰ্ছন এডামছ্ নামৰ তাত চিত্ৰিত

হোৱা চৰিত্ৰটো এজন ইংৰাজ সমালোচকৰ মতে ফিল্ডিঙৰ উপন্যাসবোৰৰ ভিতৰত আটাইতকৈ উল্লেখযোগ্য চৰিত্ৰ।

১৭৪১ চনত ফিল্ডিঙৰ দেউতাকৰ মৃত্যু হৈছিল। ১৭৪২ চনত তেওঁৰ অতি মৰমৰ জীয়েক এজনীৰ মৃত্যু হৈছিল। সেই চনটোতে ওৱালপলো ইমান বছৰৰ পিছত ক্ষমতাচ্যুত হৈছিল। এই সময়ত তেওঁ খুব আৰ্থিক সংকটত ভুগিছিল। তেওঁ সমৰ্থন কৰা হুইগসকল ক্ষমতাসীন হোৱাৰ পিছতো তেওঁ কোনো ধৰণৰ সহায় সাহায্য পোৱা নাছিল। 'জোছেফ এণ্ড্ৰজ'ৰ বিক্ৰিৰ পৰাও খুব লাহে লাহেহে পইছা আহিছিল। বেৰিষ্টাৰীয়েও তেওঁক চলিব পৰাৰ জোখাৰে ধন আনি দিব পৰা নাছিল।

১৭৪৩ চনত তেওঁ বন্ধুবান্ধৱে সংগ্ৰহ কৰি দিয়া ধনেৰে 'Miscellaries' নামৰ তিনিখণ্ডৰ কাহিনী তিনিটাৰ এটা সংগ্ৰহ উলিয়াইছিল। তৃতীয় খণ্ডটোৰ নাম হ'ল 'Jonathan Wild the Great'। ১৭২৫ চনত ফাঁচী দিয়া এজন ডাঙৰ অপৰাধী'ৰ জীৱনক ভিত্তি কৰি লেখা এই ব্যঙ্গধৰ্মী উপন্যাসখনত ওৱালপোল আদিকে ব্যঙ্গ কৰা হৈছিল। ক'লৰিজ প্ৰমুখ্যে বহুত লেখকে এইখন কিতাপক ভূয়সী প্ৰশংসা কৰিছিল।

১৭৪২ চনত জীয়েকৰ মৃত্যুৰ দুবছৰৰ পিছত তেওঁৰ ঘৈণীয়েকৰ মৃত্যু হোৱাৰ পিছৰে পৰা ফিল্ডিঙৰ লেখাৰ পৰা পূৰ্বৰ সেই আনন্দৰ সুৰ ক্ৰমে নাইকীয়া হৈ আহিছিল। লাহে লাহে একধৰণৰ অপৰাধৰ সুৰো 'টম জ'নছ'ৰ পিছৰ উপন্যাসবোৰত শুনিবলৈ পোৱা গৈছিল। হতাশা আৰু দুখত ডুবি থকা ফিল্ডিঙে শেষত বিধাতাৰ ওপৰতে সম্পূৰ্ণ আস্থা স্থাপন কৰি নিজকে সঁপি দিছিল। তেওঁ জোনাথন ওৱাইল্ডত এই বিশ্বাস প্ৰকট কৰিছিল যে সৎ আৰু নিষ্পাপসকলে শেষত সুবিচাৰ পাবই।

১৭৪৫ চনত ইংলণ্ডত দ্বিতীয় ষ্টুয়াৰ্ট বিদ্ৰোহ আৰম্ভ হৈছিল। ফিল্ডিঙে ৰাজনৈতিক সাংবাদিকতাত গা ঢালি দিলে। তেওঁ 'Serious Address to the People of Great Britain নামৰ এখন জাৰ্ণাল প্ৰকাশ কৰি উলিয়ালে আৰু সেই চনতে উলিয়ালে 'The True Patriot.'

১৭৪৭ চনত ফিল্ডিঙে দেখাত আপচু কিন্তু 'মৰমীয়াল, বিশ্বাসী আৰু সাহসী' চাৰ্লটিৰ পৰিচাৰিকা এজনীক বিয়া কৰাইছিল। ইতিমধ্যে সেই পৰিচাৰিকা পাঁচ মাহৰ গৰ্ভৱতী হৈছিল যিটো ঘটনাই তেওঁৰ শত্ৰুসকলক তেওঁৰ চৰিত্ৰক কেন্দ্ৰ কৰি তেওঁৰ বিৰুদ্ধে লেখিবলৈ সুবিধা কৰি দিছিল।

কিন্তু এই সময়তে উকীল হিচাপে তেওঁৰ কিছু প্ৰতাপ প্ৰতিপত্তি হৈছিল। ১৭৪৮ চনত তেওঁ এজন মেজিষ্ট্ৰেটো হৈছিল। সেইসময়ত ৰিচাৰ্ডছনৰ চাৰি খণ্ডৰ 'ক্লেৰিছা হাৰ্লো' নামৰ উপন্যাসখন প্ৰকাশ পাইছিল। এইখনৰ কিন্তু ফিল্ডিঙে প্ৰশংসা কৰিছিল। তাৰ পিছৰ বছৰত তেওঁৰ নিজৰ 'টম জ'নছ'খন প্ৰকাশ হৈছিল।

১৭৪৯ চনত ফিল্ডিঙে বাউ ষ্ট্রীটত নিগাজীকৈ মেজিষ্ট্রেট হৈ বহিছিল। তাৰ পাছৰ পাঁচটা বছৰ অৰ্থাৎ মৃত্যুৰ সময়লৈকে তেওঁ সকলোপিনে সফলতাৰ মুখ দেখিছিল। 'টম জ'নছ খনে বিৰাট খ্যাতি আৰ্জিছিল কিন্তু গীৰ্জাৰ ধৰ্মীয় শাসক সকলৰ মতে এই অত্যন্ত অশালীন কিতাপখন প্ৰবল ভূমিকম্পৰ কাৰণ হোৱাৰ হেতু ইয়াৰ পিছত যিবোৰ চমক খুউৱা কিতাপ ইংৰাজী সাহিত্যত প্ৰকাশিত হৈছিল 'টম্ জনছ'ক সেইবোৰৰ ভিতৰত প্ৰথম আৰু পথপ্ৰদৰ্শক বুলি ধৰিব পাৰি। এনে এখন গ্ৰন্থৰ লেখকজন এজন দুৰ্নীতিপৰায়ণ মেজিষ্ট্ৰেট হ'ব বুলি ধৰি লোৱা হৈছিল। কাৰণ কিতাপখনৰ নায়ক টম জ'নছক সকলো ধৰণৰ দুৰ্বলতাৰ বলি হোৱা সচৰাচৰ যিকোনো এজন ভেকা মানুহ হিচাপে চিত্ৰিত কৰা হৈছিল। ডঃ জনছনৰ নিচিনা মানুহো 'টম্ জ'নছ' পঢ়ি বিতুষ্ট হৈ পৰিছিল।

পিছে মেজিষ্ট্ৰেট হিচাবে হেন্‌ৰি ফিল্ডিঙে জনবিশ্বাসৰ বিপৰীতে নানাধৰণৰ ভাল কামহে কৰিছিল। তেওঁ লণ্ডন চহৰক ঠগ জোক্বোৰৰ পৰা মুক্ত কৰিবলৈ উঠি পৰি লাগিছিল। তেওঁৰ সুনাম যে ক্ৰমাৎ বাঢ়ি গৈছিল তাৰ এটা প্ৰমাণ হ'ল এয়ে যে তেওঁক 'চাৰ্জ টু দ্য গ্ৰেণ্ড জুৰি অব্‌ ওয়েষ্টমিনিষ্টাৰ'ৰ বক্তৃতা প্ৰদান কৰিবলৈ দিয়া হৈছিল। আইনৰ দিশৰ পৰা ই এক ডাঙৰ সন্মান।

পিছে এই সময়ত ক্ৰমাৎ তেওঁৰ স্বাস্থ্যৰ অৱনতি ঘটি আহিছিল—বাত বেমাৰ, হাঁপানি আৰু মৃগী বেমাৰে তেওঁক ক্ৰমাৎ নিশকতীয়া কৰি আনিছিল। তথাপিও তেওঁৰ কাম-কাজ আগতকৈ বাঢ়িহে গৈছিল বা বেমাৰ নেওচি তেওঁ সেইবোৰত লাগি থাকিছিল। তেওঁ আইনৰ সংশোধনৰ নানা কামো কৰিছিল। অৱশ্যে সংশোধনতকৈ শাস্তিতহে তেওঁ বেছি গুৰুত্ব দিছিল। তেওঁৰ উপন্যাসবোৰতো সমাজ পৰিৱৰ্তনৰ ওপৰত কোনো গুৰুত্ব দিয়া নাছিল, শাস্তিকেই সমাধান হিচাপে গণ্য কৰিছিল।

১৭৫২ চনত ফিল্ডিঙে তেওঁৰ সৰ্বশ্ৰেষ্ঠ পত্ৰিকা 'The Covent Garden Journal' অৰ প্ৰতিষ্ঠা কৰিছিল। ইয়াত তেওঁ অশালীন কিতাপপত্ৰবো সমালোচনা কৰিছিল।

ফিল্ডিঙে তেওঁৰ হেৰোৱা স্বাস্থ্য উদ্ধাৰৰ বাবে দ্বিতীয় পত্নীক লৈ লিছবন আদিলৈ ফুৰিবলৈ গৈছিল। কিন্তু হিতে বিপৰীতহে হ'ল। লিছবনত ভৰি দিয়াৰ লগে লগে তেওঁৰ মৃত্যু হ'ল। সেই যাত্ৰাৰ তেওঁ এখন ডায়েৰি ৰাখিছিল। তেওঁৰ মৃত্যুৰ পিছত ডায়েৰিত লিপিবদ্ধ হোৱা কথাবোৰেৰে 'The Journal of a Voyage to Lisbon' নামৰ কিতাপ এখন প্ৰকাশ কৰা হৈছিল। কিন্তু সেইখন জনপ্ৰিয় নহ'ল, কাৰণ তাত প্ৰকাশিত কথাবোৰৰ দ্বাৰা মানুহে গম পাইছিল যে এই কৰুণীয়া অৱস্থাতো তেওঁ

জীৱনৰ ভোগ লালসাৰ মানসিকতাকে প্ৰকাশ কৰিছে আৰু জীৱনত কৰা পাপবোধৰ বিষয়ে কোনো কথা ডায়েৰিত লিপিৱদ্ধ কৰা নাই !

সি যি কি নহওক, এইদৰে বিদেশৰ মাটিত ইংলণ্ডৰ মহান ঔপন্যাসিক এজনৰ মৃত্যু হ'ল। লিছবনৰ তেওঁৰ কবৰৰ স্তম্ভটোৰ দুয়োফালে লেটিনত যিখিনি কথা খোদাই কৰা আছিল তাৰ ইংৰাজী অনুবাদ কৰা হৈছিল এনেদৰে :

**Britain grıeves that she is not permitted to cherish to her bosom her native son, not but that he himself was now and then ensnared by things which he ought to have avoided.**

# গুস্তাভ ফ্লবেয়াৰ

কিছুমান লেখকৰ জীৱনত এক ধৰণৰ আমোদজনক প্ৰহসন লক্ষ্য কৰা যায়, তেনে এজন লেখক হ'ল 'মেডাম বভাৰী'ৰ অমৰ স্ৰষ্টা গুস্তাভ ফ্লবেয়াৰ। এই লেখকজনৰ মতে সৃষ্টিধৰ্মী লেখা তথা গল্প আৰু উপন্যাসত ভাল বা বেয়া বিষয়বস্তু বুলি কোনো কথা নাই, এনেকি বিষয়বস্তু বোলা কোনো কথা আচলতে নায়েই, একমাত্ৰ লেখাৰ ষ্টাইলৰ ওপৰতহে গল্প—উপন্যাসৰ সফলতা বিফলতা নিৰ্ভৰ কৰে। পিছে প্ৰহসনৰ কথাটো হ'ল এয়ে যে তেওঁৰ উপন্যাসৰ এই বিষয়বস্তুৱেই ফ্লবেয়াৰক বিখ্যাত কৰিছে। (অৱশ্যে তেওঁৰ বিৰুদ্ধবাদী সকলৰ মতে ই তেওঁক কুখ্যাতহে কৰিছে।) মেডেম্ বভাৰী নামৰ উপন্যাসখন লেখাৰ পিছত গুস্তাভ ফ্লবেয়াৰক আধুনিক বাস্তৱবাদী উপন্যাসৰ জনক বুলি অভিহিত কৰি ছমাৰছেট মমে কৈছিল যে তাৰ পিছৰে পৰা সকলো ঔপন্যাসিককে আজিলৈকে তেওঁ প্ৰত্যক্ষ বা পৰোক্ষভাৱে প্ৰভাৱান্বিত কৰি আহিছে। এই অসাধাৰণ লেখক জনৰ ১৮১১ চনৰ ১২ ডিচেম্বৰৰ দিনা নৰ্মাণ্ডীৰ ৰুয়েন চহৰৰ মিউনিচিপালিটিৰ চিকিৎসালয়টোৰ সংলগ্ন ডাক্তৰৰ কোৱাৰ্টাৰটোত জন্ম হৈছিল, কাৰণ তেওঁৰ দেউতাক তাৰে আবাসী ডাক্তৰ আছিল, তেওঁ তাৰ প্ৰধান শল্য চিকিৎসকো আছিল। ফ্লবেয়াৰৰ মাকৰ কোনোবা এজন আত্মীয়ও শল্য চিকিৎসক আছিল, সেয়ে এই কথা কোৱা হয় যে তেওঁ উপন্যাসৰ চৰিত্ৰবোৰক যেনেকৈ খুটিনাটিভাৱে বিশ্লেষণ কৰে আৰু খণ্ডিত কৰি কৰি সমগ্ৰ চৰিত্ৰটোৰ বিভিন্ন দিশ সুদক্ষতাৰে চিত্ৰিত কৰে সেইটো সম্ভৱ হৈছে কটা ছিঙা কৰা ডাক্তৰৰ তেজ তেওঁৰ ধমনীত প্ৰবাহিত হৈছে বাবেই।

ফ্লবেয়াৰহঁত মুঠতে তিনিজন ভাই-ভনী আছিল। তেওঁতকৈ ন বছৰে ডাঙৰ ককায়েকে পিছলৈ দেউতাকৰ চাকৰিটোতে নিযুক্ত হৈ হাস্পতালটোতে দেউতাকৰ দৰে আবাসী শল্য চিকিৎসক হৈ আছিল। ফ্লবেয়াৰে কিন্তু সৰুৰে পৰাই লেখক হোৱাৰ জল্পনা-কল্পনাহে কৰিছিল। তেওঁ খুব বন্ধু-বৎসল আছিল। মাত্ৰ ন বছৰ বয়স হওঁতে তেনে এজন বন্ধুক একেলগে এখন কমেডী লেখাৰ প্ৰস্তাৱো আগবঢ়াইছিল। তেওঁৰ বন্ধু কেইজনমানৰ লগত আজীৱন সম্পৰ্ক আছিল। সেই সকলৰ ভিতৰত ড্যু চাম্প আৰু বুয়েট আছিল প্ৰবীণ বন্ধু।

উনৈছ বছৰ হওঁতে ফ্লবেয়াৰে পেৰিছলৈ আইন পঢ়িবলৈ গৈছিল, কিন্তু আইনৰ কিতাপবোৰে তেওঁৰ বিতৃষ্ণাৰ উদ্ৰেক কৰিছিল। তজবৰ্জীয়া নগৰখনৰ সোঁতিয়া

জীৱনটো উপভোগ কৰাতে লাগি গৈছিল আৰু ঘৰৰ পৰা পঠোৱা পইচাবোৰেৰে সম্ভৱপৰ সকলো উপভোগ্য বস্তুৰেই উপভোগ কৰিছিল। অতি সুন্দৰ আৰু স্বাস্থ্যবান চেহেৰাৰ ফ্লবেয়াৰে সকলো ধৰণৰ ছোৱালীকে আকৰ্ষণ কৰিছিল, কিন্তু তেওঁ সেই দিশত হ'লে একেবাৰে ব্ৰহ্মচাৰীৰ জীৱন যাপন কৰিছিল।

অৱশ্যে ফ্লবেয়াৰৰ জীৱন প্ৰেমে চোৱাই গৈছিল, কিন্তু সেয়া আছিল কেঁচা বয়সৰ মোহ আৰু উদ্দাম যৌৱনৰ আৱেগ। পোন্ধৰ বছৰ বয়সতে তেওঁ এলিছা স্লেইছিংগাৰ নামৰ এগৰাকী ছোৱালীৰ প্ৰেমত একেবাৰে হাবুডুবু খাইছিল; সেই এলিছাৰ বয়স তেতিয়া ছাব্বিছ বছৰ আছিল আৰু তেওঁ স্বামী সন্তানেৰে এগৰাকী বিবাহিতা গাভৰু আছিল। ফ্লবেয়াৰ সেই সময়ত নিজৰ পৰিয়ালটোৰ লগত ট্ৰুভিল্ নামৰ ঠাই এডোখৰলৈ গ্ৰীষ্মৰ বন্ধ কটাবলৈ গৈছিল আৰু তাতেই এলিছাইঁতক লগ পাই চিনাকি হৈছিল। সেই স্বামী-স্ত্ৰী হালৰ ধুনীয়া নিপোটল ল'ৰাটোৰ প্ৰতি অতি মৰম সোমোৱাত নিজৰ লগতে অ'লৈ ত'লৈ ফুৰিবলৈ নিছিল। ফ্লবেয়াৰে কান্ধত পৰা ক'লা চুলি কোছাৰে তেওঁৰ প্ৰেমৰ দেৱী গৰাকীৰ প্ৰতি এনেকৈ আকৰ্ষিত হৈ পৰিছিল যে তেওঁৰ মুখৰ মাত পৰ্যন্ত হৰি গৈছিল।

ছয় বছৰ পিছত ফ্লবেয়াৰ যেতিয়া পেৰিছলৈ আইন পঢ়িবলৈ গৈছিল তেতিয়া তেওঁ তাত থকা এলিছাইঁতক দেখা কৰিবলৈ গৈছিল। তেওঁলোকেও অতীতৰ দৰেই ল'ৰাটোৰ প্ৰতি স্নেহ দেখুৱাই তেওঁলোকৰ ঘৰৰ বুধবাৰৰ সন্ধিয়াৰ আড্ডাবোৰলৈ নিয়মিত নিমন্ত্ৰণ জনাইছিল। ফ্লবেয়াৰ আগৰ দৰেই লাজুক প্ৰকৃতিৰ আছিল বাবে প্ৰায় কোনো কথা নকৈছিল। কিন্তু এলিছাই এই সুন্দৰ তৰুণৰ তেওঁৰ প্ৰতি থকা মুগ্ধতাৰ উমান পাইছিল আৰু সেই কথাই তেওঁৰ অন্তৰো স্পৰ্শ কৰিছিল। কিন্তু দুয়োৰো মাজত তেনে কোনো ধৰণৰ প্ৰেমৰ সম্পৰ্ক ঘটা নাছিল। ফ্লবেয়াৰৰ বাবে সেই পৰম আকাংক্ষিত আৰু অধৰা নাৰী জীৱনৰ সৰ্বশ্ৰেষ্ঠা প্ৰেমিকা হৈ আছিল। তেওঁৰ নিজৰ ভাষাত: 'মোৰ পোন্ধৰ বছৰ বয়সৰ পৰা কুৰি বছৰলৈ এগৰাকী তিৰোতাক ভাল পাই থাকিলো, অথচ তেওঁক কোনোদিন স্পৰ্শ কৰিও পোৱা নাছিলো।' ফ্লবেয়াৰে ইয়াকো লেখি থৈ গৈছে যে তাৰ তিনি বছৰ পিছলৈকে অৰ্থাৎ তেওঁৰ তেইছ বছৰ বয়সলৈকে তেওঁ তিৰোতা বা যৌনতাৰ কথা একেবাৰে মনলৈকে অনা নাছিল। তেওঁৰ জীৱনত প্ৰথম নাৰী সংসৰ্গ ঘটিছিল সেই তেইছ বছৰ বয়সত, অৱশ্যে চাকৰনী ছোৱালী এগৰাকীয়ে তেওঁক প্ৰলোভিত কৰি তেওঁৰ ব্ৰহ্মচৰ্যৰ ইতি পেলাইছিল।

এই সময়ছোৱাতে তেওঁ আইন পঢ়ি আছিল, ভাল নোপোৱা বিষয়টোৰ লগত যুঁজি যুঁজি তেওঁ পঢ়া-শুনা কৰিছিল আৰু পৰীক্ষাত ফেল কৰিছিল। তাৰ পিছত তেওঁৰ অচেতন হৈ পৰাৰ অদ্ভুত বেমাৰ এটা আৰম্ভ হৈছিল। তাক প্ৰতিবোধ

কৰাৰ কোনো উপায় নাথাকিলেও তেওঁ কেতিয়ানো আক্ৰান্ত হ'ব সেই কথা আগৰে পৰা গম পাইছিল। সম্পূৰ্ণ অচেতন হৈ পৰাৰ আগতে তেওঁৰ হেনো এক ধৰণৰ ধ্যানমগ্ন অৱস্থাৰ দৰে হৈছিল আৰু তেতিয়া কাণেৰে গৰ্জন মুখৰ শব্দ শুনে আৰু অদ্ভুত অদ্ভুত মূৰ্তি কিছুমানৰ তেওঁ চাৰিওপিনে ঘূৰি ফুৰা সোণালী পোহৰচ্ছটা দেখা পাইছিল। তেওঁ দেখা মূৰ্তিবোৰ হেনো এডগাৰ এলান পো, ছেইণ্ট থেৰেছা আৰু জাৰ্মানীৰ এডগাৰ এলান পো বুলি খ্যাত ই, টি, এ হফমেনৰ দ্বাৰা সৃষ্ট কল্পজগতৰ চৰিত্ৰবোৰ আছিল। ডাক্তৰে তেওঁৰ বেমাৰটো এক কথাত মৃগী বেমাৰ বুলি কৈ দিবলৈ নাৰাজ আছিল, তেওঁলোকে কৈছিল যে গুস্তাভৰ প্ৰাণ প্ৰাচুৰ্যই সীমা চেৰাই যোৱা বাবে এনে হৈছে। ডাক্তৰ দেউতাকে তেতিয়া তেওঁৰ আন্তৰিক চিকিৎসা আৰম্ভ কৰি দিছিল—গাৰ পৰা তেজ বাহিৰ কৰিছিল ( সেই সময়ত ইউৰোপত তেনে চিকিৎসাৰ খুবেই প্ৰচলন আছিল। যক্ষ্মা ৰোগীৰো তেনেকৈ তেজ উলিওৱা হৈছিল। যক্ষ্মা বেমাৰত ভোগা কবি কীটছৰো একে ধৰণৰ চিকিৎসা কৰা হৈছিল ), অনাহাৰে ৰাখিছিল আৰু বাৰে বাৰে গা ধুৱাইছিল। দেউতাকৰ এই চিকিৎসাই গুস্তাভৰ প্ৰাণবায়ু প্ৰায় বাহিৰ কৰিবই ওলাইছিল। ৰোগৰ আক্ৰমণতকৈ এতিয়া সেই আক্ৰমণৰ চিন্তাহে বেছি ভয়ংকৰ আছিল। মাকৰ তেওঁৰ প্ৰতি আগৰে পৰাই খুব চিন্তা আছিল, এতিয়া এই অদ্ভুত বেমাৰটোৰ পিছত তেওঁৰ নয়নৰ মণিক নয়নৰ সমুখৰ পৰা নাতৰোৱাই হ'ল, ফলত ৰোগীৰ অৱস্থা আৰুহে বেয়া হ'ল, তেওঁ সততে ভয় খাই থকা হ'ল, নাৰ্ভাছ আৰু ম্ৰিয়মান হৈ পৰিল। এক ধৰণৰ নিৰাশাবাদে তেওঁৰ সমগ্ৰ সত্তাকে অধিকাৰ কৰি পেলালে। ইয়াৰ বহুত বছৰৰ পিছত দুঃসাহসী লেখিকা জৰ্জ চঁক তেওঁ কৈছিল যে জীৱনটোৰ প্ৰতি তেওঁৰ খুব ভয় সোমাই গৈছিল।

ফ্লবেয়াৰৰ জীৱনটো নানাধাৰণৰ দুৰ্ভাগ্যৰে ভৰি পৰিছিল। তেওঁৰ দেউতাকৰ আৰ্থিক অৱস্থা ভাল আছিল বাবে পুতেকৰ স্বাস্থ্যৰ কথা চিন্তা কৰি তেওঁ ৰুৱেন চহৰৰ অলপ তলতে চীয়েন নৈৰ পাৰত ক্ৰইছেট নামৰ প্ৰাকৃতিক সৌন্দৰ্যৰে ভৰপুৰ এখন গাঁৱত ঘৰ এটা কিনি তাতে বসবাস কৰিবলৈ ধৰিছিল। গুস্তাভ ফ্লবেয়াৰে তাৰ পিছত সমগ্ৰ জীৱনটো সেইখন ঠাইত সেইটো ঘৰতে কটাই দিছিল। প্ৰতীচ্যৰ পিনে দুবাৰ যাত্ৰা কৰা আৰু ওচৰৰে ঠাইলৈ এবাৰ দুবাৰ যোৱাৰ বাহিৰে তেওঁ আৰু গাঁও এৰি ক'লৈকো যোৱা নাছিল। এজন জীৱনীকাৰে লেখিছিল যে তেওঁৰ জীৱন কাহিনী এই এটা বাক্যৰে লেখি শেষ কৰিব পাৰি—'তেওঁ ঘৰতে থাকিছিল আৰু লেখিছিল।' পিছে সেই জীৱন যাপন সুখৰ নাছিল, কাৰণ নানা ধৰণৰ দুৰ্ভাগ্যই তেওঁক নিজৰ বেমাৰটোৰ লগতে জুমুৰি দি ধৰিছিল। ক্ৰইছেটলৈ অহাৰ মাত্ৰ এবছৰৰ পাছত দেউতাকৰ কেঞ্চাৰ বেমাৰত মৃত্যু হৈছিল। তাৰ মাত্ৰ তিনিমাহ পিছতে তেওঁৰ

একমাত্র মৰমৰ ভনীয়েক কেৰোলিনৰো ছোৱালী এজনী জন্ম দিয়াৰ পাছত প্ৰসূতাৰ ৰোগত আক্ৰান্ত হৈ মৃত্যু হৈছিল। তেতিয়া কেৰোলিনৰ বয়স আছিল মাত্ৰ বাইছ বছৰ। গুস্তাভ ফ্লবেয়াৰ এই দুটা ওচৰা উচৰিকৈ ঘটা ট্ৰেজেডিত প্ৰায় নিঃশেষ হৈ গৈছিল। তেওঁ অতি করুণভাৱে কেৰোলিনক তাইৰ বিয়াৰ পোছাক পিন্ধাই কফিনত ভৰোৱাৰ দৃশ্য বৰ্ণনা কৰিছে। পাছত তেওঁৰ বন্ধু বিখ্যাত ভাস্কৰ প্ৰাডিয়েৰক তেওঁৰ কোঠালীত থবলৈ কেৰোলিনৰ এটা আবক্ষ মূৰ্তি বনাই দিবলৈ অনুৰোধ কৰিছিল।

প্ৰাডিয়েৰ পেৰিছত থাকিছিল। তেওঁৰ ষ্টুডিওলৈ কাশ্চতহে ফ্লবেয়াৰ গৈছিল। এবাৰ তেনেকৈ যাওঁতে তেওঁ তাত লুইছ কলেট নামৰ এগৰাকী প্ৰায় পঁয়ত্ৰিছ বছৰ বয়সৰ মহিলাক লগ পাইছিল—সেই মহিলা আছিল অতিশয় চতুৰ লগা, বুদ্ধিমতী আৰু আকৰ্ষণীয় শাৰীৰিক গঠনেৰে মোহনীয়। তেওঁৰ ছয় বছৰীয়া এজনী ছোৱালীও আছিল, অৱশ্যে স্বামীৰ লগত বিবাহ বিচ্ছেদ ঘটিছিল আৰু সেই সময়ত তেওঁ ভিক্টৰ কাজিন নামৰ এগৰাকী দাৰ্শনিক আৰু পণ্ডিত মানুহৰ ৰক্ষিতা হৈ আছিল। (সেই সময়ত সেইটো অসম্মানজনক নাছিল।) ভিক্টৰ কাজিনৰ প্ৰভাৱৰ ফলতে লুইছ কলেটে কেবাবাৰো ফ্ৰেঞ্চ অকাডেমিৰ কবিতাৰ পুৰস্কাৰ লাভ কৰিছিল। মহিলা গৰাকীৰ নিজৰ সম্পৰ্কে অতি উচ্চ ধাৰণা আছিল, তেওঁ নিজকে গ্ৰীক দেৱীৰ লগত তুলনা কৰিছিল আৰু বিখ্যাত লোকৰ বিৰাট প্ৰেৰণাদাত্ৰী বুলি আত্মগৰ্বত ওফন্দি থাকিছিল। এনে এগৰাকী তিৰোতায়ে এতিয়া ফ্লবেয়াৰক মুহি পেলালে। এলছা স্নেইছিংগাৰৰ প্ৰতি থকা প্ৰতিদানহীন প্ৰেমেই যে ইয়াৰ মূলত আছিল, সেই কথা সহজেই অনুমেয়। ফ্লবেয়াৰ লুইছ কলেটৰ প্ৰতি আকৰ্ষিত হোৱাৰ কাৰণেই আছিল তেওঁ এলছাৰ দৰে বিবাহিত, এটা সন্তানৰ মাতৃ আৰু ফ্লবেয়াৰতকৈ বয়সত ভালেখিনি ডাঙৰ।

ভিক্টৰ কাজিন লাহে লাহে বুঢ়া হৈ অহাত লুইছৰ প্ৰতি আগৰ দৰে আকৰ্ষণ অনুভৱ নকৰা হ'ল। সেয়ে লুইছৰ দৰে সুবিধাবাদী তিৰোতাজনীয়ে এইবাৰ ফ্লবেয়াৰৰ দৰে অনভিজ্ঞ আৰু অজলা মানুহজনৰ পিনে চকু দিলে। ফ্লবেয়াৰ সহজেই তেওঁৰ জালত পৰিল আৰু অতি কম সময়ৰ ভিতৰতে দুয়ো প্ৰেমিক-প্ৰেমিকা হৈ পৰিছিল। লুইছে ফ্লবেয়াৰক তেওঁৰ ক্ৰইছেট গাঁওখন এৰি থৈ পেৰিছলৈ গুচি আহিবলৈ টানি ধৰিছিল। কিন্তু সেইটো বিষয়ত ফ্লবেয়াৰ অটল আছিল। তেওঁ নিজৰ দুঃখিনী মাকক এৰি, ঘৰটো এৰি ক'লৈকো যাবলৈ ৰাজী নহয়। অগত্যা লুইছে এই বন্দৱস্ততে সম্মতি দিব লগা হৈছিল যে ফ্লবেয়াৰ মাজে মাজে তেওঁৰ ওচৰলৈ যাব আৰু সঘনে চিঠিপত্ৰ লেখি থাকিব।

ফ্লবেয়াৰৰ বন্ধুসকল এই কথাত খুব আচৰিত হৈছিল যে তেওঁৰ দৰে মানুহ এজন

নিজৰ প্ৰতি মনোযোগ আকৰ্ষণ কৰাবলৈ যিকোনো কামকে কৰিবলৈ পিছ নোহোঁহকা, অহৰহ আত্মপ্ৰচাৰত নিমগ্ন তিৰোতা এগৰাকীৰ প্ৰতি কিদৰে আকৰ্ষিত হ'বলৈ পাৰিলে। পিছে ফ্লবেয়াৰৰ বাবে সেই সময়টোও এটা প্ৰধান কাৰণ হৈছিল— দেউতাক আৰু ভনীয়েকৰ মৃত্যুৱে তেওঁক অতি অসহায় কৰি পেলাইছিল বাবে লুইছ কলেটৰ প্ৰসাৰিত বাহুৰ মাজত আশ্ৰয় নলৈ নোৱাৰিছিল।

ফ্লবেয়াৰে লুইছ কলেটৰ লগত দৈহিক সম্পৰ্ক স্থাপন কৰাৰ পিছতে এখন চিঠি লেখি সুধিছিল—'মোৰ বাবে দেহজ প্ৰেম সদায়ে দ্বিতীয় প্ৰধান কথা।...কিন্তু তুমি মোক শেষলৈকে বুজি চলিব পাৰিছাতো? তুমি মোৰ মেজাজ, মোৰ খেয়াল, মোৰ মনোবিকাৰ এইবোৰৰ বোজা বহন কৰিব পাৰিবাতো? উদাহৰণ স্বৰূপে, তুমি মোক সদায়ে এখন চিঠি লেখিবলৈ কৈছা। কিন্তু তুমি সদায়ে মোৰ পৰা এখন চিঠি আশা কৰি থাকিবা—এই ভাবটোৱে মোক সেই চিঠি লেখাৰ পৰা বিৰত কৰিহে ৰাখিব। মোৰ নিজৰ মতেই তোমাক ভাল পাই থাকিবলৈ দিয়ানা...'

পিছে লুইছে চিঠিৰ বাবে জোৰ জবৰদস্তি কৰিয়েই থাকিছিল আৰু ফ্লবেয়াৰবো সেই বিষয়ত গাফিলতি বাঢ়ি গৈছিল। তেওঁ লুইছক এই কথাও কৈছিল যে মাকক দুশ্চিন্তাত পেলোৱা একো কাম তেওঁ নকৰে। ইতিমধ্যেই তেওঁ সদায় লুইছৰ পৰা অহা চিঠিবোৰৰ বাবে সন্দিহান হৈ উঠিছে, ফ্লবেয়াৰে সেইবোৰ পেৰিছৰ কোনোবা সাহিত্যিক বন্ধুৰ বুলি কোনোমতেহে মাকক বুজাই বঢ়াই ৰাখিছে। ইফালে লুইছ ক্ৰইছেটলৈ আহিব খুজি আছিল, কিন্তু ফ্লবেয়াৰে কোনোদিন সেই অনুমতি দিয়া নাছিল।

লুইছৰ লগত ফ্লবেয়াৰৰ এই প্ৰেমৰ সম্পৰ্ক ঘটিলেও তেওঁৰ জীৱনত প্ৰধান সত্য আছিল এটাই—তেওঁ ঘাইকৈ নিজৰ নিঃসঙ্গতাহে ভাল পাইছিল। তেওঁৰ বাবে বোধহয় কোনো তিৰোতাৰ লগতে স্বামী-স্ত্ৰীৰ সম্পৰ্ক স্থাপন কৰি বা ৰক্ষিতা ৰাখিও একেলগে জীৱন কটোৱা সম্ভৱ নহ'লহেঁতেন। তেওঁক আটাইতকৈ আনন্দ দিব পৰা কথাটো তেওঁৰ নিজৰ স্বীকাৰোক্তি মতে হ'ল এই—'এটা সুন্দৰভাৱে উত্তাপ থকা ভাল লগা কোঠালী, অখণ্ড অৱসৰ আৰু উপযুক্ত কিতাপ—তাতকৈ পৃথিৱীত আৰু কিবা বেছি উপভোগ্য হ'ব পাৰে বুলি মই ভাবিবই নোৱাৰো।' লুইছৰ বাবে কিন্তু এই কথাটো কোনোমতে বোধগম্য নহৈছিল—কোনোবাইনো উজ্জ্বল পেৰিছ চহৰ আৰু তেওঁৰ দৰে তিৰোতা এগৰাকীৰ বুদ্ধিদীপ্ত আৰু দৈহিক আকৰ্ষণতকৈ গাঁও এখনৰ নিষ্প্ৰভ জীৱনক বেছি পছন্দ কৰিব পাৰেনে?

লুইছ প্ৰথমতে বিৰক্ত আৰু অসহিষ্ণু হৈ উঠিছিল, তাৰ পিছত এক ঈৰ্ষাৰ ভাবে তেওঁৰ মনটো অধিকাৰ কৰি পেলাইছিল। তেওঁ যেতিয়া এই কথা অনুভৱ কৰিবলৈ

ধৰিলে যে ফ্লবেয়াৰৰ চিঠিপত্ৰবোৰত পূৰ্বৰ উত্তাপ কমি আহিছে তেতিয়া তেওঁৰ মনত এই ভয়ো সোমাল যে ফ্লবেয়াৰৰ তেওঁৰ প্ৰতি আকৰ্ষণ একেবাৰে নিঃশেষ হৈ যাব পাৰে। সেয়ে অনন্যোপায় হৈ লুইছে ফ্লবেয়াৰক তেওঁৰ মৰমেৰে ওপচাই দিয়াৰ চেষ্টা কৰিলে— লগতে নানাধৰণৰ উপঢৌকন দিও ফ্লবেয়াৰক ভীষণ অস্বস্তিত পেলাই দিলে। কিন্তু তাতেই ক্ষান্ত নাথাকি লুইছে নানা স্মৃতি চিহ্নও পঠাবলৈ ধৰিলে—তাৰে ভিতৰত কিছুমান হ'ল তেওঁৰ বেডৰুম চটি, মূৰৰ চুলি, আপোন প্ৰতিকৃতি আৰু অতি আৱেগ-পূৰ্ণ প্ৰেমৰ কবিতা। পিছে ফ্লবেয়াৰে হেনো লুইছক কোনো উপহাৰ দিয়া নাছিল, এনেকি নতুন বছৰতো দিয়া নাছিল।

সেই সময়ত ফ্লবেয়াৰৰ ত্ৰিশ বছৰো হোৱা নাছিল বা কোনো কিতাপো প্ৰকাশ হোৱা নাছিল, তেওঁ যেন ঘাইকৈ এজন প্ৰেমিকহে আছিল। কিন্তু সেইটো হ'ল আপাতদৃষ্টিৰ কথা, আচলতে মনেপ্ৰাণে তেওঁ এজন লেখক আছিল, লেখাই আছিল তেওঁৰ জীৱনৰ প্ৰকৃত ধ্যান-জ্ঞান। তেওঁৰ বাবে জীৱনৰ প্ৰত্যেকটো ঘটনা, অভিজ্ঞতা বা আৱেগৰ তেতিয়াহে মূল্য থাকে যদিহে সেইবোৰ তেওঁৰ লেখাৰ কামত লাগে।

ইতিমধ্যে লুইছৰ লগত তেওঁৰ আৱেগৰ সম্পৰ্ক প্ৰায় ক্ষীণ হৈ আহিছিল। লুইছে তেওঁক নানা অভিযোগ কৰি চিঠি লেখিছিল। পৰস্পৰৰ সেই চিঠিপত্ৰৰ আদান-প্ৰদান নানা তিক্ততাৰে ভৰি থাকিছিল যদিও বহুত বাৰ 'এইখনেই শেষ চিঠি' বুলি ভবা ফ্লবেয়াৰৰ মাজত থকা লেখকজনে কিন্তু চিঠি লেখিয়েই থাকিছিল। এনেকৈ আঠ বছৰ জুৰি দুয়ো পৰস্পৰক চিঠি লেখিছিল।

এই সময়ছোৱাত ফ্লবেয়াৰে দুখন কিতাপ লেখাৰ কামত নিমগ্ন হৈ আছিল। তাৰে এখন হ'ল Sentimental Education আৰু আনখন হ'ল Temptation of St Anthony। তেওঁৰ পৰম বন্ধু দ্যু চাম্পৰ লগত ১৮৪৯ চনৰ পৰা আৰম্ভ কৰি প্ৰায় দুই তিনি বছৰ জুৰি প্ৰতীচ্যৰ ঠাই কেতবোৰ ঘূৰি অহাৰ আঁচনি এটাও এই সময়তে কৰি তেওঁলোকে আলেকজেণ্ড্ৰিয়া, ছিৰিয়া, নাজাৰেথ, কনষ্টাণ্টিনোপল, ৰোম আদি ঠাইত কিছুদিন ঘূৰি ফুৰিছিল। এনে দীৰ্ঘ যাত্ৰাৰ পথত ফ্লবেয়াৰৰ মাকে ডাক্তৰৰ উপদেশ মানিহে পুতেকক ওলাবলৈ অনুমতি দিছিল। তেওঁ ভাবিছিল যে এনেকৈ ফুৰিবলৈ গ'লে পুতেকক যি নৈৰাশ্যই ঘেৰি ৰাখে, তাৰপৰাও মুক্তি পাব পাৰে, লগতে অহৰহ চলি থকা চিঠিপত্ৰৰ আদান-প্ৰদানবো অন্ত পৰিব পাৰে। পিছে কিছুদিন পিছতে মাকে তেওঁক ঘৰলৈ মাতি পঠাইছিল আৰু ফ্লবেয়াৰো দুই তিনি বছৰৰ ঠাইত পাঁচ মাহৰো কম দিনত সেই যাত্ৰা শেষ কৰি ঘূৰি আহিছিল।

প্ৰতীচ্যৰ যাত্ৰাৰ আৰম্ভণি হোৱাৰ আগে আগে ফ্লবেয়াৰে তেওঁৰ ঘনিষ্ঠ বন্ধুসকলক মাতি আনি দিনে আঠ ঘণ্টাকৈ চাৰি দিন ধৰি তেওঁৰ Temptation of St.

Anthony খন পঢ়ি শুনাইছিল। সেইখন আছিল নানা অতিকথা, ৰূপকধৰ্মী সাধু আৰু উদ্ভট কল্পনা বিলাসৰ সান-মিহলি কিম্ভূতকিমাকাৰ এবিধ গদ্য—পদ্যৰ সমাহাৰ, তেওঁ ভবাৰ দৰে উপন্যাস নহয়। তেওঁ বন্ধুসকলৰ পৰা উচ্চ প্ৰশংসা আশা কৰিছিল, কিন্তু দ্যু চাম্পে কৈছিল যে সংগীতৰ ঠাইত ফ্লবেয়াৰে হুলস্থূলহে সৃষ্টি কৰিলে। আন এজন বন্ধুৱে পাণ্ডুলিপিখন পুৰি পেলাবকে কৈছিল। ফ্লবেয়াৰ হতভম্ব হৈ গৈছিল আৰু তাৰ পিছৰ কুৰি বছৰ সেই ইখনৰ বিষয়ে উচ্চ-বাচ্য কৰা নাছিল। ১৮৬৯ চনত তেওঁ পুনৰ Temptation খন লেখি উলিয়াইছিল যদিও আকৌ সাত বছৰ তাক গাপ দি থৈছিল। ১৮৭৬ চনতহে অৱশেষত সেইখন কিতাপ আকাৰে প্ৰকাশ কৰি উলিয়াইছিল।

ফ্লবেয়াৰৰ যেতিয়া ত্ৰিশ বছৰ হৈছিল, তেতিয়া তেওঁৰ দেৱতাৰ নিচিনা চেহেৰাৰ প্ৰায় কোনো সৌন্দৰ্যই অৱশিষ্ট নাছিল ; মস্ত শকত হৈ পেটটো ওলাইছিল, সোণালী চুলিবোৰ সৰি তপা হৈ গৈছিল, গাল দুখনত নানা ভাঁজ পৰিছিল আৰু ওঁঠ দুটাৰে মুখখনক দুয়োপিনে বৈ পৰা মস্ত একোচা গোঁফে ঢাকি ধৰিছিল।

ফ্লবেয়াৰৰ এই পৰিৱৰ্তিত কদাকাৰ চেহেৰায়ো কিন্তু লুইছক নিৰস্ত কৰিব পৰা নাছিল। শেষত তেওঁৰ মাকৰ শৰণাপন্ন হ'বলৈ ফ্লবেয়াৰৰ অনুমতিবিনেই ক্ৰইছেটত ওলাইছিলগৈ। পিছে ঘৰৰ সমুখতে গুস্তাভ ফ্লবেয়াৰে বাট ভেটি ধৰি তেওঁক পেৰিছলৈ ওভোতাই পঠাইছিল। ইয়াৰ পিছতো তেওঁলোকৰ মাজত চিঠিপত্ৰৰ আদান প্ৰদান ঠিকেই চলি আছিল, অৱশ্যে তেতিয়া ফ্লবেয়াৰৰ চিঠিত তেওঁৰ লেখাৰ আঁচনিৰ বাহিৰে আন বিশেষ একো নাছিল। এই ঘটনাটোৰ সময়ত তেওঁলোকৰ চিনাকি হোৱাৰ ছবছৰ কাল পাৰ হৈছিল।

ফ্লবেয়াৰে লুইছলৈ লেখা চিঠিবোৰত আৰু এখন নতুন কিতাপ লেখাৰ আঁচনিৰ কথা জনাইছিল। আগৰ কিতাপখন পুৰি পেলাবলৈ কোৱা বন্ধু গবাকীয়েই তেওঁক এই নতুন উপন্যাসখনৰ বিষয়বস্তুৰ কথা কৈছিল। ফ্লবেয়াৰৰ দেউতাকৰ অধীনত কাম কৰা ডাক্তৰ এজনে ঘৈণীয়েকৰ ব্যভিচাৰিতাৰ কথা গম পাই আত্মহত্যা কৰিছিল —এই কাহিনীটোকে জুপুঁথি হিচাপে লৈ ফ্লবেয়াৰক উপন্যাসখন লেখিবলৈ বন্ধুৱে উদ্গনি দিছিল। ফ্লবেয়াৰেও সেই অনুযায়ীয়ে প্ৰায় চাৰি বছৰৰো ওপৰ পৰিশ্ৰম কৰি 'মেডেম বভাৰী'খন লেখি উলিয়াইছিল। তেওঁ মানুহজন স্বভাৱত পলায়নবাদী আৰু সকলোৰে পৰা আঁতৰত লুকাই থকা মনোবৃত্তিৰ হ'লেও এই উপন্যাসখনত তেওঁ বাস্তৱ জীৱনৰ অতি শক্তিশালী চিত্ৰ অঙ্কন কৰাত অসাধাৰণ সফলতা লাভ কৰিছিল। ছমাৰছেট মমে দিয়া মন্তব্য এষাৰ প্ৰথমতেই উল্লেখ কৰি অহা হৈছে। মমে লগতে এই কথাও কৈছিল যে 'মেডেম্ বভাৰী'ৰ চৰিত্ৰবোৰে আমাক এনে অনুভৱ

কৰায় যেন সেইবোৰ কিতাপৰ মানুহ নহয়, বাস্তৱ জীৱনৰ তেজ মাংসৰহে মানুহহে। উপন্যাসৰ মূল চৰিত্ৰ এম্মা বভাৰীকনো ফ্লবেয়াৰে কাৰ আৰ্হিত সৃষ্টি কৰিছে বুলি সোধা প্ৰশ্নৰ উত্তৰত তেওঁ কৈছিল যে ডাঃ ডেলানেৰ পত্নীৰ নহয়, আচলতে তেওঁৰ নিজৰ আৰ্হিতহে সেই মহিলাক অংকিত কৰিছে যি লুইছ কলেটৰ দৰে ব্যভি-চাৰিতাতো বিবাহিত জীৱনৰ সকলোধৰণৰ গতানুগতিকতা আৰু নীৰসতাকে অনুভৱ কৰিছিল। পিছে লুইছ নহয়, তেওঁহে মেডেম বভেৰীৰ প্ৰকৃত অৰ্থত সেই মডেল যি অস্থিৰ আৰু চঞ্চল, দ্বিধাগ্ৰস্ত আৰু ভুৱাস্বপ্নত বিভোৰ। 'Madame Bovary is me'—গুস্তাভ ফ্লবেয়াৰে কৈছিল। মহাকাব্যধৰ্মী ষ্টাইল যে কেৱল মহিমামণ্ডিত কাহিনী বৰ্ণোৱাতহে ব্যৱহাৰ কৰিব পাৰি সেই কথা তেওঁ বিশ্বাস নকৰিছিল, জীৱনৰ প্ৰাত্যহিত তুচ্ছ অথচ ট্ৰেজিক ঘটনাৱলীতো সেই ষ্টাইল প্ৰযোজ্য বুলি তেওঁ দৃঢ়ভাৱে পতিয়ন গৈছিল।

মেডেম বভাৰীখন লেখিবলৈ ফ্লবেয়াৰে অমানুষিক পৰিশ্ৰম কৰিছিল। তেওঁ অতি সামান্য বিষয়ো সম্পূৰ্ণ বাস্তৱসম্মত কৰিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল। তেওঁ কৈছিল যে দুটা মাত্ৰ শুধৰণিৰ বাবে তেওঁ পূৰা তিনিটা দিন ব্যয় কৰিছিল। ফ্লবেয়াৰৰ সমসাময়িক ইংৰাজ লেখক হেনৰী জেম্‌ছে এই প্ৰসঙ্গত কোৱা কথাখিনি প্ৰণিধান-যোগ্য—'তেওঁ যেন এজন মুকুতা সন্ধানী ডুবাৰু যি অমূল্য শব্দৰ সন্ধানত ঘন পদাৰ্থ-বোৰ ভেদি সাঁতুৰি ফুৰোতে একপ্ৰকাৰ শ্বাসৰুদ্ধ হৈ পৰে।··· তেওঁক গোটেই জীৱন খেদি ফুৰা ভয়টো হ'ল—জানোচা তেওঁ সঘনে ব্যৱহৃত আৰু চৰ্বিতচৰ্বন শব্দ বা বাক্যাংশ ব্যৱহাৰ কৰে।' ফ্লবেয়াৰৰ নিজৰ মতেও উপযুক্ত নহয়, সম্পূৰ্ণ নিখুঁত শব্দ বিচাৰি উলিয়াওঁতেহে তেওঁৰ আটাইতকৈ বেছি কষ্ট হৈছিল।

মেডেম্ বভাৰীখন ১৮৫৬ চনৰ ১৫ এপ্ৰিলৰ দিনা প্ৰকাশ হৈ ওলাইছিল। তেওঁ লেখা গ্ৰন্থবোৰৰ ভিতৰত এইখনেই শেষ আছিল যদিও প্ৰথম প্ৰকাশৰ মুখ দেখিছিল এইখনেহে। তেওঁৰ তেতিয়া চৌত্ৰিশ বছৰ পাৰ হৈছিল। তেওঁৰ ছপা আখৰৰ প্ৰথম গ্ৰন্থখন ওলোৱাৰ লগে লগে গ্ৰন্থকাৰ আৰু প্ৰকাশক দুয়োকো অশ্লীলতাৰ দায়ত অভিযুক্ত কৰি আদালতৰ কাঠগড়াত থিয় কৰোৱা হৈছিল। চৰকাৰ পক্ষৰ উকীলে পৰম উৎসাহেৰে অশ্লীল বুলি ভৰা অংশবোৰ চিঞৰি চিঞৰি পঢ়ি গৈছিল। কিন্তু ফ্লবেয়াৰৰ পক্ষৰ উকীলে সেইখন আচলতে নৈতিকতাৰ এখন চাৰমন বুলিহে তেওঁৰ মক্কেলক মুক্ত কৰাৰ চেষ্টা কৰিছিল।

তেওঁৰ যুক্তি আছিল এয়ে যে সেই অশ্লীল কথাবোৰ নায়িকা মেডেম বভাৰাৰ দুশ্চৰিত্ৰতাৰ চিন হিচাবেহে ব্যৱহাৰ কৰা হৈছিল। কিন্তু নায়িকাই নিজৰ মৃত্যু মাতি আনি শাস্তি গ্ৰহণ কৰা কথাটোৱে নৈতিকতাৰ জয়কে সূচাইছিল। বিচাৰকে তেওঁৰ ৰায়ত ফ্লবেয়াৰক অভিযোগবোৰৰ পৰা মুক্তি দিছিল। ইয়াতে এটা উল্লেখযোগ্য

আৰু কৌতূহলোদ্দীপক ঘটনাৰ কথা লেখাও প্ৰাসংগিক হ'ব। ফ্লবেয়াৰৰ লগত একে বছৰতে জন্ম হোৱা আন এক লেখক চাৰ্লছ বডেলেয়াৰৰ মেডেম বভাৰীৰ তিনি মাহ পিছত প্ৰকাশ পোৱা ফ্ল'ছদ্যুমল্ নামৰ কিতাপখন প্ৰকাশৰ বাবে সেই একে সময়তে একে অশ্লীলতাৰ অভিযোগত অভিযুক্ত কৰা হৈছিল। চৰকাৰী উকীলো আছিল সেই একেজনেই।

মেডেম্ বভাৰীয়ে সেই সময়ৰ সাধাৰণ পাঠকক আকৰ্ষিত কৰিব পাৰক বা নোৱাৰক, আদালতৰ এই কেলেংকাৰীয়ে কিন্তু তেওঁক বিখ্যাত কৰি পেলাইছিল। নানা ঠাইত তেওঁৰ ফটো আৰু কাৰ্টুন প্ৰকাশ হ'বলৈ ধৰিলে। ফ্লবেয়াৰে তেওঁক লৈ হোৱা এনে নানা প্ৰচাৰ আৰু সম্ভাব্য সাক্ষাৎকাৰবোৰৰ পৰা সভয়ে পেৰিছৰ পৰা পলায়ন কৰি ক্ৰইছেট পাইছিল গৈ আৰু তেওঁৰ পৰৱৰ্ত্তি উপন্যাস 'ছালাম্বো' খনৰ প্ৰস্তাতত মনোনিবেশ কৰিছিল।

ছাল্লাম্বোৰ প্ৰস্তুতি পৰ্বও একেধৰণৰ অভিনৱ আছিল। এই উপন্যাসখন তেওঁ প্ৰাচীন কাৰ্থেজ নগৰীৰ পটভূমিত লেখিব খুজি স্থানীয় বাস্তৱ বৰ্ণনৰ বাবে পুনৰ্বাৰ আফ্ৰিকা ঘূৰি আহিছিলগৈ। কাৰ্থেজত সংঘটিত হোৱা প্ৰথম পিউনিক যুদ্ধ, ইয়াৰ বীৰ আল্পছ পৰ্বত পাৰ হোৱা মহান হানিবলৰ দেউতাক হামিলকা আদি নানাজনৰ খুঁটিনাটি বিৱৰণ জানিবলৈ ফ্লবেয়াৰে শ শ কিতাপ পঢ়িছিল—তাৰ ভিতৰত আছিল হেৰোডটাছ, প্লিনী, ডায়োডৰাছ আদি ধ্ৰুপদী লেখকৰো কিতাপ। পিছে ইমান পঠনৰ বাবেই বোধহয় তেওঁৰ কিতাপখন বিক্ষিপ্ত আৰু অতি নাটকীয় ঘটনাৰে ভৰি গ'ল। গতিকে এইখন গ্ৰন্থত তেওঁ বিফল হ'ল। সমালোচনা সহ্য কৰিব নোৱাৰিলেও ফ্লবেয়াৰে এই কথা উপলব্ধি কৰিছিল যে তেওঁ অনাৱশ্যক কথাবোৰ (তেওঁৰ নিজৰ ভাষাত White fat বোৰ) পৰিহাৰ কৰিবই লাগিব।

এই সংকল্পৰেই তেওঁ কুৰি বছৰবো আগতে লেখিবলৈ ঠিক কৰি ৰখা 'Sentimental Education' নামৰ গ্ৰন্থখন লেখি উলিয়াইছিল। ইয়াৰ নায়িকা আছিল মেডেম্ বভাৰীৰ চৰিত্ৰৰ সম্পূৰ্ণ বিপৰীত চৰিত্ৰৰ মেডেম আৰ্নো - সৎ আৰু সাধাৰণ অথচ যাক সহজে পাহৰিব নোৱাৰি। ফ্লবেয়াৰে এলিছা শ্লেইছিংগাৰক কেতিয়াও পাহৰিব পৰা নাছিল,—এতিয়া তেওঁৰ মডেলতে এই মেডেম্ আৰ্নোৰ চৰিত্ৰটো সৃষ্টি কৰিছিল। এইখন কিতাপ সফল হৈছিল। ইয়াতো তেওঁ বাস্তৱ চৰিত্ৰ অংকনৰ অদ্ভুত ক্ষমতা দেখুৱাইছিল।

এই গ্ৰন্থখন ফ্লবেয়াৰৰ পঞ্চাছ বছৰ হোৱাৰ আগতে প্ৰকাশ হৈ ওলাইছিল। তাৰ পিছতেই ফ্ৰাংকো-প্ৰুছিয়ান যুদ্ধ আৰম্ভ হৈ গৈছিল। প্ৰুছিয়ানসকলে ফ্ৰান্স অধিকাৰ কৰা ঘটনাটোত ফ্লবেয়াৰ ইমানেই মৰ্মাহত হৈছিল যে তেওঁৰ ইমানদিনে অলপ

দমি থকা পুৰণি অচেতন হৈ পৰা বেমাৰটোৱে পুনৰ সঘনে উকি দিয়বলৈ ধৰিছিল। ফ্ৰান্সৰ পতন তেওঁৰ বাবে 'পৃথিৱীৰ অন্তিম অৱস্থাৰ সূচনা' তুল্য ঘটনাৰ দৰে হৈ পৰিছিল। ইতিমধ্যে তেওঁৰ আশৈশৱ বন্ধু, তেওঁৰ লেখাৰ সমজদাৰ আৰু সমালোচক বুয়েটৰ মৃত্যু হৈছিল। সেই আঘাতে তেওঁক একেবাৰে ধৰাশায়ী কৰি পেলাইছিল। সেই আঘাতৰ পৰা নিৰাময় হৈ উঠাৰ আগতেই ফ্লবেয়াৰৰ মাকৰ মৃত্যু হৈছিল আৰু এইবাৰ তেওঁ একেবাৰে ভাঙি পৰিছিল। 'মোৰ পেটৰ ভিতৰৰ নাড়ীভুড়িবোৰকে যেন কোনোবাই টানি আজুৰি বাহিৰ কৰি আনিলে—' শোকত পগলাৰ দৰে হৈ ফ্লবেয়াৰে মাকৰ মৃত্যুৰ প্ৰতিক্ৰিয়া এনেদৰে প্ৰকাশ কৰিছিল। তেওঁৰ বন্ধু মেক্সিম ড্য চাম্পে পুত্ৰ হিচাপে ফ্লবেয়াৰক এনেদৰে বৰ্ণনা কৰিছিল—'সামান্য বিৰোধিতাতে খেদি যোৱা এই উদ্ধত আৰু উগ্ৰ দৈত্যটো কিন্তু মাকৰ প্ৰতি অতি শ্ৰদ্ধাশীল, অতি বিনম্ৰ আৰু অতি মনোযোগী আছিল—যি আদৰ্শ পুত্ৰ প্ৰতি গৰাকী মাকৰে স্বপ্নৰ বস্তু।'

গুস্তাভ ফ্লবেয়াৰৰ জীৱন যেন শূন্য হৈ পৰিছিল। এলিছা শ্লেইছিংগাৰক পগলা ফাটেকত থোৱা হৈছে বুলি শুনা খবৰটোও তেওঁৰ বাবে বজ্ৰৰ আঘাতৰ দৰে হৈছিল। সেই সময়ত ফ্লবেয়াৰক মৃত ভনীয়েক কেৰোলিনৰ জীয়েকে চোৱাচিতা কৰিছিল আৰু এমিল জোলা, টুৰ্গেনিভ, মো'পাছা আদিৰ দৰে বিখ্যাত মানুহবোৰ তেওঁৰ খবৰ ল'বলৈ আহিছিল—কিন্তু তেওঁ আৰুহে বেছিকৈ নৈৰাশ্যবাদৰ নিঃসঙ্গতাত ডুব মাৰিছিল।

এই কালছোৱাত ফ্লবেয়াৰৰ একমাত্ৰ শান্তি আৰু সান্ত্বনা আছিল লেখাপঢ়া আৰু চিঠি লেখা। এই চিঠিবোৰ পিছত নটা খণ্ডত প্ৰকাশ কৰি উলিওৱা হৈছিল। ফ্লবেয়াৰৰ তেতিয়া পচপন্ন বছৰ বয়স হৈছিল। অসুস্থ আৰু অসুখী মানুহজনৰ তেতিয়া একমাত্ৰ ধ্যান-জ্ঞান আছিল তেওঁৰ জীৱনৰ আটাইতকৈ বৃহৎ কৰ্ম বুলি ভবা Bouvard and Pecuchet নামৰ আধা ব্যঙ্গাত্মক আধা ধেমেলীয়া উপন্যাসখন লেখি উলিওৱা। ইয়াত বৰ্ণিত কিছুমান কথাত বুৰ্জোৱাসকলৰ হৃদয়হীনতাৰ প্ৰতি ফ্লবেয়াৰৰ ক্ৰোধ পৰিস্ফুট হৈছিল, লগতে ফুটি উঠিছিল মানৱ জাতিৰ মূৰ্খতা, ৰুচিৰ বিকৃতি আৰু কুস্বভাৱৰ প্ৰতি তেওঁৰ চৰম ঘৃণা।

ফ্লবেয়াৰৰ অসুখটোৰ বাবে লেখা কামটো উত্তৰোত্তৰ কঠিন হৈ উঠিছিল, কিন্তু তথাপিও তেওঁ লেখাৰ ষ্টাইলক লৈ অহোৰাত্ৰি প্ৰাণান্তকৰ পৰিশ্ৰম কৰিবলৈ এৰি দিয়া নাছিল। পিছে ইমান আশাৰে আৰম্ভ কৰা কিতাপখন তেওঁ আৰু শেষ কৰি যাব নোৱাৰিলে, এনেকি প্ৰথম খণ্ডটোও শেষ কৰাৰ আগতেই তেওঁ আকৌ ভয়ংকৰভাৱে পুৰণা বেমাৰটোত আক্ৰান্ত হ'ল। তাৰ পিছত ১৮৮০ চনৰ ৮ মে'ৰ দিনা এজনা পৰিচাৰিকাই ফ্লবেয়াৰৰ পঢ়া কোঠালীটোলৈ দুপৰীয়াৰ আহাৰৰ থালখন হাতত লৈ আহি দেখিছিল যে মানুহজন চোফাতে বাগৰি প্ৰাণপনে উশাহ লোৱাৰ চেষ্টা কৰি ফোঁপাই আছে। তাৰ প্ৰায় এঘণ্টাৰ পিছত উনষাঠি বছৰত ভৰি দিয়া ফ্লবেয়াৰ চিৰনিদ্ৰাৰ কোলাত ঢলি পৰিছিল।

# এ. ই. হাউছমেন ( ১৮৫৯—১৯৩৬ )

সময়টো আছিল সকলোফালেই উৎসাহজনক, মানুহৰ আস্থা আৰু বিশ্বাসৰ ভেটি আছিল সুদৃঢ়, আৰ্থিক দিশতো সকলোপিনে জয়জয়-ময়ময় অৱস্থা চলিছিল, মানুহ আছিল সুখী আৰু সন্তুষ্ট। এই সময়ছোৱা হ'ল ইংলণ্ডৰ ঊনৈশ শতিকাৰ আৰু লগতে বিংশ শতিকাৰো আগভাগৰ সময়। কিন্তু ভাবিলে আচৰিত লাগে যে এনে এক আশাবাদৰ বতীন পোহৰৰ মাজতো ইংলণ্ড আৰু আমেৰিকাৰ মানুহৰ মাজত যি দুখন কিতাপ অতিশয় জনপ্ৰিয় হৈ উঠিছিল সেই দুখন আছিল এনে ধৰণৰ কাব্যগ্ৰন্থ য'ত ধ্বনিত হৈছিল নিৰাশাবাদৰ সুৰ।

পাঠকৰ মাজত অভূতপূৰ্ব সমাদৰ লাভ কৰা এই দুখন কিতাপ হ'ল ওমৰ খায়ামৰ 'ৰুবায়াৎ' আৰু এলফ্ৰেড এডোৱাৰ্ড হাউছমেনৰ 'এ শ্ৰপ্‌শ্বায়াৰ্ লেড্' ( A Shropshire Lad)। পাৰ্চী কবি ওমৰ খায়ামৰ ৰুবায়াৎখন ইংৰাজীলৈ এডোৱাৰ্ড ফিট্‌জাৰেল্ডে অনুবাদ কৰিছিল। তেওঁ আছিল গাঁৱত বসবাস কৰা এগৰাকী অৱসৰপ্ৰাপ্ত ইংৰাজ ভদ্ৰলোক। এ. ই. হাউছমেন আছিল লেটিনৰ এজন অধ্যাপক। তেওঁ হত্যা, আত্মহত্যা, মানুহৰ পাশবিকতা আৰু ভগবানৰ ক্ৰুৰতাৰ বিষয়ে লেখিছিল। এই দুখন কিতাপ ভালপোৱা মানুহৰ ভিতৰত তৰুণ-তৰুণী, ডেকা-ডেকেৰী, প্ৰৌঢ়-প্ৰৌঢ়া সকলো আছিল। তৰুণ তৰুণীয়ে এই কবিতাবোৰত নিজৰ ক্ষেত্ৰত যি বেপৰোৱা মতবাদ বা আদৰ্শ—তাৰেই যেন প্ৰতিধ্বনি শুনিবলৈ পাইছিল ; আনহাতে সেই সময়ৰ সুস্থিৰ, গোড়া আৰু নীতিবাদী সমাজব্যৱস্থাৰ কঠোৰ শৃংখলাবোধে শ্বাসৰুদ্ধ যেন কৰি পেলোৱা জনসাধাৰণো এই কাব্যগ্ৰন্থ দুখনৰ মাজত একধৰণৰ সকাহ অনুভূত হৈছিল। ভিক্টোৰিয়ান যুগৰ শুচিবায়ুগ্ৰস্ত নৈতিকতাবোধ নেওচি উচ্ছৃংখল আৰু মুক্ত ভোগবিলাসৰ জীৱনক আঁকোৱালি লোৱাৰ সৰ্বসাধাৰণ মানুহৰ মাজত যি সুপ্ত আকাংক্ষা বিৰাজ কৰিছিল, তাত ইন্ধন যোগাইছিল এই দুখন কিতাপে। ওমৰ খায়ামৰ সুৰা, নাৰী, খাদ্য, অৰণ্যানি আৰু কাব্যগ্ৰন্থৰ মাজেৰে স্বৰ্গ ঢুকি পোৱাৰ ফিট্‌জাৰেল্ড অনুদিত এইফাঁকি কবিতা কোন সাহিত্যৰসিক ব্যক্তিয়েই বা নাজানে ?

Here with a Loaf of Bread beneath the Bongh,<br>
A Jug of Wine, a Book of Verse - and Thou<br>
Beside me singing in the wilderness—<br>
And wilderness is Paradise enow.

ইয়াত উল্লেখিত কাব্যগ্রন্থখন যেন হাউছমেনৰ 'A Shropshire Lad' খনৰ মূৰ্তিমান ৰূপ।

এই কাব্যগ্ৰন্থখনৰ যোগেদি মুক্ত ভোগবিলাসৰ জীৱনৰ ক্ষীণ আভা আৰু সৰু হ'লেও এটা পথ দেখুৱা কবিজন নিজে কিন্তু কেতিয়াও শ্ৰপশ্বায়াৰত থাকি পোৱা নাছিল, সেই ঠাইৰ ওচৰৰে উৰচেষ্টশ্বায়াৰতহে তেওঁৰ ১৮৫৯ চনৰ ২৬ মে'ৰ দিনা জন্ম হৈছিল। অৱশ্যে বাল্যকালত সেই শ্ৰপশ্বায়াৰৰ পাহাৰ আৰু অৰণ্য তেওঁৰ পটভূমি আছিল। ঘৰৰ সাতটা সন্তানৰ ভিতৰত জ্যেষ্ঠতম হাউছমেনে প্ৰথমতে গাঁৱৰে ব্ৰুম্‌ছগ্ৰোভ স্কুলত লেখাপঢ়া শিকিছিল। ওঠৰ বছৰ বয়স হোৱাত তেওঁ অক্সফোৰ্ডৰ ছেণ্ট্‌জন কলেজত নাম লগাইছিল গৈ। এডওৱাৰ্ড হাউছমেন পঢ়াশুনাত চোকাই আছিল। তেওঁৰ সুখ আৰু আনন্দৰ অভাৱ ঘটা নাছিল। মাকদেউতাকৰ মৰম আৰু ভায়েক-ভনীয়েকহঁতৰ মৰম আৰু সমীহৰ মাজেৰে তেওঁৰ আনন্দমুখৰ দিনবোৰ পাৰ হৈ গৈছিল। তেওঁৰ লৰেঞ্চ হাউছমেন নামৰ ভায়েক এজন নাট্যকাৰ হৈছিল। লৰেঞ্চৰ ককায়েকৰ লেখামেলাৰ প্ৰতি গভীৰ শ্ৰদ্ধা আছিল, কিন্তু তেওঁৰ নাটকৰ প্ৰতি এডোৱাৰ্ডৰ যে তেনে প্ৰশংসাৰ মনোভাৱ নাছিল সেই কথা তেওঁ ভালকৈ উপলব্ধি কৰিছিল।

অক্সফোৰ্ড এৰাৰ আগে আগে এডওৱাৰ্ড হাউছমেনৰ জীৱনলৈ কিবা কাৰণত এটা ডাঙৰ পৰিৱৰ্তন আহি গৈছিল। তেতিয়া তেওঁৰ বয়স হৈছিল মাত্ৰ কুৰি বছৰ। ইমান হাঁহি ফুৰ্তি আনন্দভৰা ল'ৰাজন হঠাতে অতি গহীন হৈ পৰিছিল, এক গভীৰ বিষাদবোধ তেওঁৰ সমস্ত মুখমণ্ডলত পৰিব্যাপ্ত হৈছিল আৰু মানুহ দুনুহৰ সংগ পৰিত্যাগ কৰি একেবাৰে নিঃসংগ জীৱন কটাইছিল আৰু জীৱনৰ শেষ দিনালৈকে তেওঁ তেনে ট্ৰেজিক মনোভংগী এটা লৈয়ে চলি থাকিছিল। তেওঁৰ কোনোবা প্ৰেমিকাৰ লগত প্ৰেমৰ ঘটনা ঘটিছিল নেকি বুলি মানুহে গুণাগঁথা কৰিলেও কোনেও হাউছমেনৰ প্ৰেমিকাৰ অস্তিত্ব বিচাৰি উলিয়াব নোৱাৰিলে। তেওঁ প্ৰথমতে অতি বন্ধুবৎসল আছিল যদিও শেষলৈ কেতিয়াও তেওঁৰ কোনো নতুন বন্ধু হোৱা নাছিল। হাউছমেনে চিগাৰেট নাখাইছিল, মদো প্ৰায় নোখোৱাৰ দৰে আছিল আৰু সুবিধা পালে একেবাৰে কথা নোকোৱাকৈয়ে দিন পাৰ কৰি দিছিল। জীৱনত তেওঁ কোনোদিন বিয়াবাৰুও নকৰালে। সন্ন্যাসীৰ দৰে হৈ পৰা এই বিখ্যাত লেখকজনে কৈছিল—'তেৰবছৰ বয়সত মই এজন ধাৰ্মিক আছিলোঁ আৰু একৈশ বছৰ হোৱাৰ আগতে নাস্তিক হৈ পৰিলোঁ।'

হাউছমেনৰ এনে পৰিৱৰ্তনৰ কাৰণ সঠিকভাৱে জনা নেযায় যদিও বহুতে ভাবে যে অনাৰ্চ পৰীক্ষাত পাছ কৰিব নোৱৰা বাবেই তেওঁৰ এনে ৰভীয়াল স্বভাৱৰ পৰিবৰ্তন

ঘটিল। সেইটো কাৰণ নহ'বও পাৰে, কিন্তু সেই অকৃতকাৰ্যতাই তেওঁৰ অনুভূতিপ্ৰৱণ মনত যে গভীৰ আঘাত কৰিছিল তাত সন্দেহ নাই। তেওঁ অৱশ্যে গ্ৰেজুৱেট হৈছিল যদিও শিক্ষক হ'ব পৰাৰ যোগ্য পৰীক্ষা পাছ কৰিব পৰা নাছিল। তাৰপিছত বত্ৰিশ বছৰ বয়স নোহোৱালৈ প্ৰায় দহ বছৰ কাল এটা কোম্পানীত হাউছমেনে উচ্চ পৰ্যায়ৰ কেৰাণীৰ চাকৰি এটা কৰি আছিল। বত্ৰিশ বছৰ হোৱাৰ পিছত তেওঁক ইউনিভাৰ্ছিটি কলেজত লেটিনৰ অধ্যাপক পদত নিযুক্ত কৰা হৈছিল। কেৰাণী হৈ থকা কাল-ছোৱাত তেওঁ পৰিয়ালৰ মানুহ বা আত্মীয়স্বজন কাৰো লগতে সম্পৰ্ক নাৰাখিছিল।

১৮৯২ চনত এই ই হাউছমেন ইউনিভাৰ্ছিটি কলেজত সোমাইছিল আৰু তাৰ উনৈশ বছৰ পিছত তেওঁৰ বাৱন্ন বছৰ হোৱাত ট্ৰিনিটি কলেজলৈ গুচি গৈছিল। সেই ট্ৰিনিটি কলেজতে তেওঁৰ জীৱনৰ বাকী ছোৱা জীৱন কাটি গৈছিল। তেওঁৰ সেই জীৱন আছিল নিস্তৰংগ, চমকপ্ৰদ ঘটনাবিহীন সহজ সৰল। তেওঁ লেটিন পঢ়ুৱাইছিল আৰু অন্যান্য লেটিন শিক্ষকৰ দোষ ধৰিছিল। তথাপিও তেওঁৰ জীৱন আনতকৈ এই অৰ্থতেই অসাধাৰণ আছিল যে তেওঁ কেইটামান চুটি যদিও অমৰ কবিতা লেখি থৈ গৈছে যাৰ বাবে তেওঁৰ আসন বিশ্বৰ বিখ্যাত কবিবোৰৰ লগতে স্থায়ী হৈ আছে। তেওঁৰ কবিতাৰ বৈশিষ্ট্য এই যে প্ৰথমৰ পৰা শেষলৈ তেওঁ একে সুৰত বন্ধা কবিতাকে ৰচনা কৰি গৈছিল, সেইবাবে বিখ্যাত সমালোচক এডমাণ্ড উইলছনে কৈছে—'তেওঁ সেই একে ধৰণৰ কবিতাকে লেখি একবাৰেই চলি থাকিল, কোনোধৰণৰ উন্নতিৰ চিন নেদেখুৱালে। জীৱনৰ শেষ পঁচিশটা বছৰ এ ই. হাউছমেনে এটা কামতে মনপুতি লাগি আছিল—সেইটো হ'ল অগষ্টান যুগৰ কবি মেনিলিয়াছৰ কাব্যৰ সমালোচনামূলক এখন গ্ৰন্থ প্ৰস্তুত কৰি উলিওৱা। এইখন শেষ কৰাৰ পিছত তেওঁ অতি দুৰ্বল হৈ পৰিছিল আৰু গম পাইছিল যে তেওঁ হৃদজনিত দুৰ্বলতাত ভুগিছে ; লগতে হাউছমেনে এই কথাও অনুভৱ কৰিছিল যে তেওঁৰ জীৱনৰ দিন শেষ হৈ আহিছে। পিছে এই দুৰ্বলতাই তেওঁক মানসিকভাৱে দুৰ্বল কৰিব পৰা নাছিল, কোনো গাফিলতি নকৰাকৈ তেওঁ নিয়মিত ভাৱে পাঠদান কৰি থাকিছিল। তেওঁ নিজকে এই কথাত পতিয়ন নিয়াব পাৰিছিল যে ক্লাছ কৰাটো তেওঁৰ কেৱল কৰ্তব্যই নহয়, এক আনন্দৰো উৎস। তেওঁ সেই সময়ত তেওঁৰ প্ৰিয় কবি হোৰেছৰ কবিতাৰ ওপৰত এলানি বক্তৃতামালা প্ৰস্তুত কৰি আছিল। কিন্তু সেই কাম আৰু সম্পূৰ্ণ নহ'ল। ১৯৩৬ চনৰ এপ্ৰিল মাহৰ ৩০ তাৰিখে তেওঁৰ হঠাতে হৃৎযন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ গ'ল আৰু মৃত্যুৰ কোলাত ঢলি পৰিল।

হাউছমেনে কবিতাৰ বাহিৰেও The Name and Nature of Poetry নামেৰে কেইখনমান ৰচনা লেখিছিল যদিও সংখ্যাত সেইবোৰ অতি কম,

তেওঁৰ জীৱনকালত দুখনেই মাত্র কাব্যগ্রন্থ প্রকাশ কৰিছিল। কবিতাবোৰ লেখাৰ সময়ত তেওঁক যেন এক ধৰণৰ মোহগ্রস্ততাই আচ্ছন্ন কৰি ৰাখে। তেওঁৰ বুদ্ধি আৰু আত্মাক তেনে এক কিবা শক্তিয়ে অধিকাৰ কৰি ৰখা মোহাচ্ছন্ন অৱস্থাতহে তেওঁ A Shropshire Lad খন লেখিছিল। এইখন লেখাৰ ছাব্বিশ বছৰ পাছত তেওঁ আৰু এখন কাব্যগ্রন্থ প্রকাশ কৰি উলিওৱাৰ জোখাৰে যথেষ্ট সংখ্যক কবিতা লেখিছিল। তেওঁ দৃঢ়ভাৱে জনাইছিল যে তেওঁৰ পক্ষে আৰু কবিতা লেখা সম্ভৱ নহয়. সেয়ে এই কবিতাবোৰ গোটাই মেলি তেওঁ দ্বিতীয় যিখন কাব্যগ্রন্থ প্রকাশ কৰিছিল তাৰ নাম দিছিল Last Poems. পিছে তেওঁ যে আৰু কবিতা লেখিছিল তাৰ প্রমাণ পোৱা গৈছিল, কাৰণ তেওঁৰ মৃত্যুৰ তিনি বছৰ পিছত ভায়েক লৰেঞ্চে অ'ত ত'ত সিঁচৰিত হৈ থকা কবিতাবোৰ গোটাই মেলি এ. ই হাউছমেনৰ More Poems নামৰ আৰু এখন কবিতা পুথি বাহিৰ কৰিছিল।

উনৈশ শতিকাত নানা কবিৰ নানা কাব্যগ্রন্থই প্রকাশৰ মুখ দেখিছে. কিন্তু হাউছমেনৰ কবিতাৰ কিতাপৰ দৰে বাৰে বাৰে নতুন সংস্কৰণ ওলোৱা বা তেওঁক অনুকৰণ কৰি বহুতে কবিতা লেখাৰ নজিৰ আৰু নাই। তেওঁৰ কবিতা চুৰি কৰি নানা সংস্কৰণ উলিওৱাৰ ঘটনাও ঘটিছিল। এই কথাই তেওঁৰ অন্তহীন জনপ্রিয়তাকে সূচায়। অথচ হাউছমেনৰ কবিতাৰ দর্শন নিৰাশাবাদী আৰু উদাসীন, কিন্তু সেই-বোৰৰ ধ্বনি মাধুর্য অপৰূপ, তদুপৰি বাক্যবোৰো নানা কাৰণত উদ্ধৃতিৰ যোগ্য। পাঠকসকলক বিষয়বস্তুৱে নহয়, কবিতাবোৰৰ এই সংগীত আৰু পৰম্পৰাৰ পৰা আঁতৰি অহাৰ নতুনত্বইহে মুগ্ধ কৰি ৰাখিছিল। তেওঁৰ কাব্যৰ প্রতিপাদ্য হ'ল পুৰুষ নাৰী উভয়ে কম বেছি পৰিমাণে প্ৰতাৰণা কৰে, মানুহৰ স্বভাৱতকৈ প্রকৃতি সামান্যহে অমানবীয়। বিশ্বব্ৰহ্মাণ্ডৰ যি নিষ্ঠুৰতা সততে পৰিলক্ষিত হয়, তাত মানুহ হ'ল এক অচিনাকী প্রাণী, আৰু যিখন পৃথিৱী তেওঁ সৃষ্টি কৰা নাই সেইখন পৃথিৱীত মানুহে ভয়তে বাস কৰে। সেইবাবে বোধশক্তি থকা মানুহে নিজকে বেয়া ঘটনাৰ বাবেহে সাজু কৰি ৰাখে, ভাল ঘটনাৰ বাবে নহয়। মানুহৰ বাবে স্বৰ্গতো কোনো আশা নাই, কাৰণ পৃথিৱী আৰু স্বৰ্গৰ মূল ভিত্তি একেই।

তথাপি এ. ই. হাউছমেনে এই প্রত্যয়কো প্রকাশ কৰিছিল যে দুখ কষ্ট সহ্য কৰি চলি যাব পাৰি, কাৰণ যন্ত্ৰণাত দগ্ধ হৈ হৈ মানুহৰ বাবে সেইবোৰ আৰু গাত নলগা হৈ যায় সহজ আৰু সহনীয় হৈ পৰে। ধ্রুপদী সাহিত্যৰ অগাধ পণ্ডিত এ. ই. হাউছমেনে এই সহনশীলতাৰ দর্শন প্রতীচ্যৰ ৰজা মিথ্রিডেটছৰ কাহিনীৰ যোগেদি 'Epilogue' ৰ শেষত কেনেকৈ ৰূপায়িত কৰিছে তাক ইয়াত উদ্ধৃত কৰা হ'ল।

'They poured strychnine in his cup
And shook to see him drink it up;
They shook, they stared, as whites their shirt:
Them it was their poison hurt.
—I tell the tale that I heard told.
Mithridates, he died old.

মিথ্রিডেটছৰ গল্পটো হাউছমেনে তেওঁৰ জীৱন দৰ্শনত এক ৰূপক হিচাপে ব্যৱহাৰ কৰিছে। জীৱনৰ বিষ অলপ অলপকৈ পান কৰি মানুহ নীলকণ্ঠ হৈ পৰে, বিষে তেওঁলোকৰ গাত আৰু কোনো ক্ৰিয়া কৰিব নোৱাৰে। গতিকে বিষৰ জ্বালাত ভুৰস্তে মৃত্যু মুখত নপৰে, জীৱনৰ নিৰ্দিষ্ট সময়ত যেতিয়া সেই অৱধাৰিত মৃত্যু আহে তেতিয়াহে তাত নিঃশেষ হৈ যায়। মিথ্রিডেট্‌ছকো বিষ খুৱাই খুৱাই মাৰিব পৰা নাছিল—কাৰণ—'Mithridates, he died old.' বুঢ়া বয়স হওঁতে স্বাভাৱিক নিয়মতহে মিথ্রিডেটছ ঢুকাইছিল।

পিছে এই নিৰ্বিকাৰ জীৱনবোধৰ লগতে সময়ে সময়ে তেওঁৰ ভোগবিলাসত আশ্ৰয় লোৱাৰ প্ৰৱণতাও দেখা যায়:

Beat them we can, and if we can we must
Shoulder the sky, my lad, and drink your ale.

এই ভোগবিলাসত আশ্ৰয় লোৱাৰ কথাবোৰত যেন আমি ওমৰ খায়ামৰ প্ৰতিধ্বনিহে শুনো। অৱশ্যে তলত দিয়া বিখ্যাত আৰু সঘনে উদ্ধৃত পংক্তিটোত গুৰুগম্ভীৰ ভাৱৰ লগতে ব্যংগৰো প্ৰকাশ ঘটা দেখা পাওঁ:

And malt does more than Milton can
To justify Gods ways to man

কবিতাৰ দৰে গদ্যতো হাউছমেনে ব্যৱহাৰ কৰা বাক্যবোৰ ঘনসংবদ্ধ, তীক্ষ্ণ আৰু গুৰুগম্ভীৰ। তেওঁৰ সমালোচনাৰ নানা বিষয়ৰ ভিতৰত এটা আছিল সাহিত্যৰ বিষয়ে চলা নানা বিতৰ্ক। এবাৰ তেওঁক কবিতাৰ সংজ্ঞা কি বুলি সোধোতে তেওঁ উত্তৰ দিছিল—'টেৰিয়াৰ কুকুৰ এটাই যিদৰে নিগনিৰ সংজ্ঞা দিব নোৱাৰে, তেনেকৈয়ে মযো কবিতাৰ সংজ্ঞা দিব নোৱাৰো। পিছে ই আমাৰ মাজত জগাই তোলা লক্ষণবোৰৰ দ্বাৰাই আমি উভয়ে বস্তুটো চিনি পাওঁ।'

এ. ই. হাউছমেনৰ মাজত সদায়ে এজন নিষ্ঠাবান শিক্ষক জাগ্ৰত হৈ থাকিছিল। তেওঁ পালমৰা বা অসাৱধান কোনো কাম বৰদাস্ত কৰিব পৰা নাছিল। তেওঁৰ নোটবুকবোৰ পঢ়িলেই বুজা যাব—সঠিক শব্দ চয়নৰ বাবে তেওঁ কিমান পৰিশ্ৰম

কৰিছিল। 'Eight O' Clock' নামৰ কবিতা এটাৰ নিম্নোক্ত পংক্তিটো এই কথাটো দেখুৱালৈকে উদ্ধৃত কৰা হ'ল :

He stood and heard the steeple
Sprinkle the quarters on the morning town.
One, two, three, four, to market place and people
It tossed them down.

এডৱাৰ্ড হাউছমেনৰ ভায়েক লৰেঞ্চে কৈছিল যে শেষ বাক্যটোৰ 'tossed' শব্দটো ব্যৱহাৰৰ কৰাৰ আগতে তেওঁ 'loosed' 'spilt' 'cast' 'told' 'dealt' 'pitched' আদি বিভিন্ন শব্দৰ পৰীক্ষাৰ পিছতহে 'tossed' শব্দটোত সন্তুষ্ট হৈছিল।

হাউছমেনৰ সকলো কবিতা নহ'লেও ইংৰাজী ভাষাটো জীয়াই থকালৈকে কেইট'মান কবিতা সদায় অমৰ হৈ থাকিব।

# আগাথা ক্রিষ্টি ঃ লেখাৰ মাজত লেখকক বিচাৰি

সৃষ্টিশীল সকলো লেখকেই কম-বেছি পৰিমাণে নিজৰ জীৱনলব্ধ অভিজ্ঞতাৰ উপলব্ধিৰ আধাৰতেই গল্প, উপন্যাস, কবিতা আদি লিখে। তাৰে ভিতৰত কিছুমান লেখকে নিজৰ জীৱনৰ কথা ইমান সংগোপনে গল্প উপন্যাসত সুমুৱাই দিয়ে যে সূক্ষ্ম অন্তৰ্দৃষ্টি নহ'লে তাক ধৰা পেলোৱাই টান। এনে লেখকৰ জীৱন-কাহিনী হয় বেদনাদায়ক নহয় লজ্জাজনক—যাৰ বাবে হয়তো সেইবোৰ বেছি প্ৰকট হৈ ওলোৱাটো তেওঁলোকে নিবিচাৰে, অথচ একেবাৰে নৈৰ্ব্যক্তিক ঘটনা কল্পনা কৰি লিখি থকাতকৈ নিজৰ জীৱনৰ কিছু কথা সুমুৱাব পাৰিলে স্বাভাৱিকতে সেই লিখা প্ৰাণস্পৰ্শী হয়, তেনে লিখাৰ অন্তৰালত প্ৰেৰণাৰ বেগ বেছি থাকে। তদুপৰি নিজৰ কথা কোৱাৰ দুৰ্বলতাৰ পৰা কিমান দৃঢ় মনৰ ব্যক্তিয়েই বা সাৰি যাব পাৰে? আনবিধ লেখক একেবাৰে খোলামেলা, তেওঁলোকৰ গল্প-উপন্যাস পঢ়িলে এনে লাগে যেন তেওঁলোকৰ জীৱনী নহ'লেও কলাসম্মতভাৱে সজাই পৰাই উলিওৱা তেওঁলোকৰ জীৱনৰ কিছু কিছু অংশহে আমি পঢ়িবলৈ পাইছোঁ। তেতিয়া লেখক আৰু তেওঁৰ লিখাৰ মাজত ব্যৱধান চাপি আহে, পাঠকৰ লগতো।

এনে দুয়ো জাতৰ লেখকৰ বহুতৰ বিষয়েই ক'ব পাৰি, লিখিব পাৰি। কিন্তু এটা নিবন্ধত সেই সকলোকে সামৰা সম্ভৱ নহয় বাবে মই আজি কেৱল আগাথা ক্ৰিষ্টিৰ বিষয়েই লিখিম। আগাথাক বাছি লোৱাৰ কাৰণ দুটা—প্ৰথম কথা তেওঁ মহিলা আৰু নিজৰ 'ছেক্সক' প্ৰাধান্য দিয়াটো মোৰ পক্ষে অতি স্বাভাৱিক কথা। দ্বিতীয় কথা হ'ল পৃথিৱীৰ সৰ্বকালৰ সকলো মহিলা সাহিত্যিকৰ ভিতৰতে আগাথা অনন্যা, কাৰণ আজিকোপতি পৃথিৱীত অতি উচ্চস্তৰৰ গল্প, উপন্যাস, কবিতা, প্ৰবন্ধ আদি লিখা পুৰুষ লেখকৰ সমকক্ষ লেখিকা ওলালেও ডিটেক্‌টিভ্ কাহিনী লিখিব পৰা এনে কোনো লেখিকা ওলোৱা নাই যি সেই বিষয়ত পুৰুষ লেখকসকলকো পাছ পেলাই থৈ একক আৰু অনন্যা হিচাপে নিজকে প্ৰতিষ্ঠিত কৰিব পাৰিছে।

ডিটেক্‌টিভ্ কাহিনী ৰচনাৰ এই একচ্ছত্ৰী সাম্ৰাজ্ঞীৰ জীৱনৰ বিষয়ে থূলমূলকৈ লিখি উঠি তাৰ পিছত তেওঁৰ সেই লিখাবোৰৰ মাজত কেনেকৈ নিজৰ কথা কিছুমান ব্যক্ত হৈ পৰিছে সেই বিষয় লৈ অহা যাব। অৱশ্যে তাৰ আগতে এই কথা কৈ থোৱা উচিত হ'ব যে আগাথা ক্ৰিষ্টি হ'ল প্ৰথম জাতৰ লেখিকা, যি তেওঁৰ লিখাৰ মাজত নিজকে খুব প্ৰকট কৰিব নিবিচাৰে। নিজৰ জীৱনকালতো তেওঁ নিজৰ জীৱনৰ কথা

খুব কমেইহে আনৰ আগত ব্যক্ত কৰিছিল, জনসাধাৰণৰ কৌতূহলৰ পৰা নিজকে তেওঁ সততে বচাই ৰাখিবলৈ চেষ্টা কৰি গৈছিল। তথাপি তেওঁ নিজকে পুৰাপুৰি লুকাই ৰাখিব নোৱাৰিলে. নিজৰ ডিটেকটিভ উপন্যাসতো তেওঁৰ ব্যক্তিগত জীৱনটোৱে ভুমুকি মাৰিলে অথবা তেওঁৰ ক্ষোভৰ কথা, বেদনাৰ কথা, খঙৰ কথা সেই লিখাবোৰৰ মাজেদি প্ৰকাশ নকৰি নোৱাৰিলে।

আগাথাৰ ১৮৯০ চনত ইংলণ্ডৰ টৰ্কে ( Torqhay ) নামৰ ঠাইত জন্ম হৈছিল। ঘৰতেই তেওঁ শিক্ষাদীক্ষা লাভ কৰিছিল। তেওঁ মুঠতে আঠসত্তৰখন ডিটেকটিভ উপন্যাস লিখিছিল. প্ৰথমখন প্ৰকাশ হৈছিল ১৯২০ চনত, নামটো হ'ল The Mysterious Affairs at Styles.। তেওঁ মেৰী ওয়েষ্টমেকট ছদ্ম নামেৰে ছয়খন সামাজিক উপন্যাস আৰু নখন নাটক লিখিছিল। তেওঁ এগৰাকী কবি ও নাট্যকাৰো আছিল। তেওঁৰ গল্পৰ আধাৰত নিৰ্মিত 'Mousetrap' নামৰ নাটকখন আজি ত্ৰিকুৰি বছৰৰো ওপৰ ধৰি লণ্ডনৰ থিয়েটাৰ হল এটাত অভিনীত হৈ আছে। ১৯৭৬ চনত আগাথা ক্ৰিষ্টিৰ মৃত্যু হয়। বাইবেল আৰু শ্বেকছপীয়েৰৰ পিছতে হেনো এই গৰাকী লেখিকাৰ কিতাপৰ পৃথিৱীত সৰ্বাধিক বিক্ৰী।

থুলমূলকৈ আগাথাৰ জীৱনী এইটোৱে। কিন্তু তেওঁৰ সুদীৰ্ঘ জীৱনটোত এনে এটা ঘটনা ঘটিছিল যাৰ নজিৰ পৃথিৱীৰ কোনো বিখ্যাত লেখকৰে জীৱনীত নাই। আগাথা আছিল আমেৰিকাৰ পৰা আহি টৰ্কেইত বসতি কৰা এক ভদ্ৰলোকৰ কন্যা যি ডেভনৰ ইংৰাজ ছোৱালী এজনীক বিয়া কৰাইছিল। আগাথাই যি পৰিবেশত ডাঙৰ হৈছিল সি তেওঁক ধাৰ্মিক আৰু ভিক্টোৰিয়ান যুগৰ ৰক্ষণশীল মূল্যবোধেৰে গঢ়ি তুলিছিল। তাৰ পিছত তেওঁ আৰ্চি ক্ৰিষ্টি নামৰ কেপ্তেন এজনক বিয়া কৰাইছিল আৰু অতি সুখেৰে ঘৰ-সংসাৰ কৰিছিল। সেই বিয়াৰ ফলত তেওঁ এজনী কন্যা-সন্তানৰো জননী হৈছিল। তাৰ পিছত এবাৰ তেওঁৰ মাকৰ টান নৰীয়া হোৱাত আগাথাই বহুত দিন গৈ টৰ্কেত থাকি মাকক পৰিচৰ্যা কৰিছিল আৰু তেতিয়া গিৰিয়েকক চোৱা-মেলা কৰিবলৈ তেওঁৰ আটাইতকৈ মৰমৰ বান্ধৱীক ভাৰ দি থৈ গৈছিল। পিছত নিজৰ ঘৰলৈ উভতি আহি আগাথাই গম পালে যে তেওঁৰ অবৰ্তমানত তেওঁৰ বান্ধৱীয়ে গিৰিয়েকক বশ কৰি পেলাইছে ( আৰ্চি ক্ৰিষ্টিয়ে পিছত সেই মহিলাক বিয়া কৰায় পিছত যাৰ মৃত্যুত মহানুভৱ আগাথাই ক্ৰিষ্টিলৈ তেওঁৰ শোকবাৰ্তাও প্ৰেৰণ কৰিছিল )। গিৰিয়েকক প্ৰাণভৰি ভালপোৱা আগাথা এই ঘটনাত ইমানেই বিচলিত হৈ পৰিছিল যে তেওঁ বেলকনিৰ পৰা জপিয়াই মৰিবলৈও ওলাইছিল আৰু তেওঁৰ স্মৃতিশক্তিও লোপ পাই গৈছিল। সেই সময়ত লণ্ডনত সেই ঘটনা লৈ হুলস্থুল লাগি গৈছিল, তেওঁৰ সন্ধানত কাগজত বিজ্ঞাপনো দিয়া হৈছিল। পিছত তেওঁক

এমন মানুহে এখন হোটেলত চিনি পাই কৈছিল—'আপুনিতো আগাথা ক্রিষ্টি।' 'হয় নেকি?' আগাথাই উত্তৰ দিছিল আৰু তাৰ পিছত তেওঁৰ স্মৃতিশক্তি উভতি আহিছিল। বহুতে ভাবিছিল যে সেইটো আগাথাৰ আছিল নিজকে প্ৰচাৰ কৰাৰ এটা কৌশল—যিটো কথাত স্পষ্ট হোৱা আগাথাই পিছত হাকু ইল পইৰোৰ মুখত সেই অভিযোগৰ প্ৰত্যুত্তৰ দিছে। পিছত সেই প্ৰসংগলৈ অহা যাব।

ক্রিষ্টিৰ লগত বিবাহ-বিচ্ছেদ হোৱাৰ পিছত আগাথাই বিখ্যাত প্ৰত্নতত্ত্ববিদ ছাৰ মেক্স মেলোৱানক বিয়া কৰায়। মেক্স মেলোৱান আছিল অষ্ট্ৰীয়। তেওঁ আগাথাতকৈ তেৰ বছৰ বয়সে সৰু আছিল। আগাথাই কিন্তু প্ৰথমতে বহুত দিনলৈ সেই বিয়াত সম্মতি দিয়া নাছিল, শেষত মেক্সৰ আন্তৰিক প্ৰেমৰ ওচৰত তেওঁ পৰাজয় মানিছিল। দ্বিতীয় বিয়াখনৰ সময়ত আগাথাৰ বয়স প্ৰায় চল্লিশ হৈছিল। ছিয়াশী বছৰ বয়সত মৃত্যু হোৱা আগাথাই তাৰ পিছত সেই সুদীঘকাল মেক্স মেলোৱানৰ লগত সুখ-শান্তিৰ ঘৰুৱা জীৱন-যাপন কৰিছিল। মেক্সৰ খননৰ কামত তেওঁৰ লগত বহুবাৰ মধ্যপ্ৰাচ্য আৰু ইজিপ্টলৈ যোৱাৰ ফলত আগাথাই Death on the Nile, They came to Baghdad আদিকে কৰি সেইবোৰ অঞ্চলৰ পটভূমিকলৈ বহুতো কিতাপ লেখে।

এতিয়া মোৰ এই নিবন্ধৰ মূল প্ৰসংগলৈ অহা যাওক। ব্যক্তিগত জীৱনৰ বিষয়ে ঘনিষ্ঠ বন্ধু-বান্ধৱবোৰৰ আগতো মুখ খুলিবলৈ পৰম অনিচ্ছুক আগাথাই কিন্তু নিজৰ লিখনীত মাজে মাজে কেনেদৰে আত্মপ্ৰকাশ কৰি পেলাইছিল তলত তাৰ কিছু নমুনা দিয়া হ'ল: 'The Crooked House' নামৰ ডিটেকৃটিভ্ উপন্যাসখনত আগাথাই নিজকে লুকাই ৰখাৰ মনোবৃত্তিৰ প্ৰকাশ কৰিছে এনেদৰে—'Never explain'. 'Five Little Pigs' অতো বহুত কথাই লিখিছে তিৰোতা এগৰাকীয়ে বিষ খাই মৰিবলৈওলাইছে (আগাথাই বেলকনিৰ পৰা পৰি মৰিব খোজাৰ দৃশ্যই মনলৈ আহি যায়),কাৰণ?…'I had received a bad shock. My husband was proposing to leave me for another woman If that is so, I didn't want to live.' ঘৈণীয়েকৰ অশান্তি দেখি গভীৰ ভাব-আবেগ ৰহিত গিৰিয়েকে কৈছে (আকৌ আগাথাৰ স্বামী আৰ্চি ক্রিষ্টিলৈকে মনত পৰি যায়)—'Do try and be reasonable about this, Caroline, I'm fond of you and will always wish you well —you and the Children. But I'm going to marry Elsa' ইয়াত মন কৰিব লগা তাৎপৰ্যপূৰ্ণ কথাটো হ'ল যে কিতাপখনৰ এই গিৰিয়েকজনৰ আৰু আগাথাৰ প্ৰথম গিৰিয়েকজনৰ নামৰ আদ্যাক্ষৰ দুটা একে: Amyas Crale—A.C. আৰু Archie Christie—A.C.!

আগাথাৰ স্মৃতি-শক্তি লোপ পোৱা, ঘৰৰ পৰা অন্তৰ্দ্ধান হোৱা—এই ঘটনাটো তেওঁৰ আত্মপ্ৰকাশৰ এটা কৌশল বুলি যি আলোচনা-বিলোচনা চলিছিল, তাৰ বিৰুদ্ধে তেওঁ স্বয়ং হাৰকিউল্ পইৰে'াৰ মুখেৰেই এনে যুক্তি দাঙি ধৰিছে: 'But consider two points. First, that the lady had by that time not the slightest need for publicity. She had a full measure of it already. Secondly, a more important point···the known character of the suspect. Can you really visualize a lady of genuine modesty, with a retiring disposition and an extreme dislike of public intervention in her affairs deliberately making herself the centre of a 'Cause Celebre' and bringing down on herself the countrywide attention of the sensational press ?'

তাৰ পিছত Murder in Mesopotamia নামৰ কিতাপখনত থকা এই ধৰণৰ কথাবোৰকে ধৰক—'Lots of people wanted to marry me, but I always refused. I'd had too bad a shock. I didn't feel I could ever *trust* ( trust শব্দটোত বিশেষভাৱে জোৰ দিবৰ বাবেই সেইটো বেঁকা আখৰেৰে ছপা কৰা হৈছে ) anyone again···of course, I thought at first I was mad or dreaming.' ( আৰ্চি ক্ৰিষ্টিৰ ব্যৱহাৰত আগাথাই পোৱা আঘাতৰ গভীৰতা কিমান বেছি আছিল ! ) । সেইখন কিতাপতে পিছত তেওঁ আকৌ লেখিছে 'another idea flashed across my mind. Perhaps soon, in the natural course of things···a new and happy state of things might come about'. এটা ঘটনাও এই প্ৰসংগতে প্ৰণিধানযোগ্য যে মেছোপটেমিয়াতে আগাথা আৰু মেক্স দুয়ো দুয়োৰো ওচৰ চাপিছিল, আৰু এইখন ঠাইতে মেক্সে আগাথালৈ প্ৰথম বিয়াৰ প্ৰস্তাৱ আগবঢ়াইছিল । অৱশ্যে বহুত দিনলৈ আগাথাই এই বিয়াৰ প্ৰস্তাৱত সম্মতি দিয়া নাছিল, হয়তো প্ৰথম অৱস্থাত তেওঁৰ মনত অলপ বিৰূপ প্ৰতিক্ৰিয়াৰে সৃষ্টি হৈছিল । আগাথাৰ মনৰ এই প্ৰতিচ্ছবি দেখিবলৈ পোৱা যায় 'The Curtain' নামৰ ডিটেক্‌টিভ্ উপন্যাসখনত । সেই উপন্যাসৰ 'নায়িকা' গৰাকীয়েও জীৱনত অতি গভীৰভাৱে হৃদয়ৰ ক্ষত লালন কৰিছিল, জীৱনৰ প্ৰতি বিশ্বাস হেৰুৱাই পেলাইছিল, ফলত এনেদৰেও ভাবিছিল—'a good brain, yes, but women seldom fall for brains alone '

আগাথা ক্ৰিষ্টিয়ে যে কবিতাও লিখিছিল সেই কথাৰ উল্লেখ কৰিছোঁ। তেওঁৰ প্ৰথম বিবাহ-বিচ্ছেদৰ সময়ত লিখা নিম্নোক্ত কবিতাতো নিজক সদায় সংগোপনে ৰাখিবলৈ চেষ্টা কৰা লিখিকা গৰাকীয়েও আপোন সত্ত্বাক সেই কবিতাৰ মাজেৰে কেনেকৈ উন্মুক্ত কৰিছে পঢ়ি চাওকচোন :

Love passes ! On the hearth dead embers lie
Where once there burned a living fire of flame…
Love passes out into the silent night,
We may not hold him who has served our will
And, for a while, made magic common things…

তাৰ পিছত এই আগাথায়ে মেক্সৰ লগত জীৱন যোগ কৰি পোৱা নতুন সুখৰ আৰু কিছুদিন মেক্সৰ পৰা আঁতৰি থাকিব লগা সময়ত এই কবিতাও লিখিছিল :

Now is the winter past, but for my part
Still winter stays until we meet again
Dear love, I have your promise and your heart
But lacking touch and sight, spring birds bring pain.
Friendship is ours, and still in absence grows
No dearest friend I own, so close, so kind.

আগাথাৰ হৃদয়ৰ আনন্দ বেদনাৰ প্ৰকাশৰ পিছত তেওঁৰ ধৰ্মীয় সত্বাটোৰ প্ৰকাশৰ অন্তৰ্দিশটোও চালি জাৰি চোৱা যাওক। এই কথা জনা যায় যে আগাথাই বাইবেলখন খুব ভালকৈয়ে অধ্যয়ন কৰিছিল ( আগাথাৰ অধ্যয়নৰ পৰিধি এনেয়েও অতি বিস্তৃত। শ্বেকছপীয়াৰ তেওঁৰ প্ৰায় কণ্ঠস্থ ) তেওঁ বাইবেলৰ প্ৰেম আৰু কৰুণাৰ বাণীক এনেকৈ হৃদয়ৰে গ্ৰহণ কৰিছিল যে তেওঁৰ উপন্যাসবোৰতো তাৰ উদ্ধৃতিবোৰ অ ত ত'ত সিঁচৰতি হৈ থাকে—এটা উদাহৰণ : 'Thy loving kindness to us and to all men ( বাইবেলৰ পৰা )। Man himself could have that feeling, although he could not hold it long ( মেৰী ওয়েষ্টমেকটৰ নাম লৈ লিখা গ্ৰন্থৰ পৰা ) তেওঁৰ কবিতাৰ সংকলন Poems' খনতো তেওঁৰ এই ধৰ্মীয় সত্তাটো প্ৰকাশ পাইছে। 'Star over Bethelhem' বুলি তেওঁ সৰু ল'ৰা-ছোৱালীৰ বাবেও কিতাপ এখন লিখিছিল। মুঠতে তেওঁৰ সকলোবোৰ লিখা পঢ়ি মেলি আগাথা মানুহজনীৰ যি এটা চৰিত্ৰ আমাৰ সন্মুখত প্ৰতিভাত হৈ উঠে সি হ'ল খ্ৰীষ্টান ধৰ্ম আৰু ভিক্টোৰিয়ান নৈতিকতাৰ মূল্যবোধেৰে লালিত-পালিত এগৰাকী দৃঢ়মনা অথচ প্ৰেম দয়াৰে অন্তৰ ভৰপূৰ হৈ থকা মহিলাৰ চিত্ৰ। শেষত তেওঁৰ এখন উপন্যাসত বৰ্ণিত এগৰাকী নাৰী চৰিত্ৰৰ উদ্ধৃতিৰে আগাথাই কেনেকৈ নিজকে চিত্ৰিত কৰিছে তাৰ উদাহৰণে এই নিবন্ধৰ সামৰণি পেলাম :

She had that enormous mental and moral advantage of a strict victorian upbringing denied to us in these days—she had done her duty in that station of life to which it had pleased God to Call her, and that assurance encased her in an armour impregnable to the slings and darts of envy, discontent and regret."

# ক'লৰিজ ঃ তেওঁৰ প্ৰতিভা আৰু পাগলামী

এসময়ত যেতিয়া কবিতা ভালপোৱাৰ বয়সত উপনীত হৈছিলো, তেতিয়া ৰবীন্দ্ৰনাথৰ পিছতে আন যিসকল কবিৰ কবিতা ভালপাই (আমাৰ অসমীয়া কবি সকলক এই আলোচনালৈ আনিব খোজা নাই) আবৃত্তি কৰি থাকিছিলো তাৰ ভিতৰত এজন আছিল ইংৰাজ কবি ছেমুৱেল টেইলৰ ক'লৰিজ। অৱশ্যে তেওঁৰ Rhyme of the Ancient Mariner কবিতাটোহে প্ৰধানকৈ আওৰাইছিলো। মোৰ বাবে সেই কবিতাটোৰ সম্মোহনী শক্তি অসীম আছিল—তাৰ অনুপ্ৰাসযুক্ত এই বাক্যটো কবিতাটোৰ কথা লেখাৰ লগে লগে মনলৈ আহিয়ে গ'ল-"The white foam flew and furrow followed free." প্ৰাচীন নাবিকৰ সেই কবিতাটোৰ এলবেট্ৰছ চৰাইটোকো মই কোনোদিন পাহৰিব নোৱাৰো, সি মোৰ মনত এনেকুৱাকৈয়ে ছাপ বহুৱাই থৈছে যে মোৰ একাধিক গল্প, উপন্যাসত তাক প্ৰতীক হিচাপে ব্যৱহাৰ কৰিছো।

ক'লৰিজ ইংৰাজী ৰোমাণ্টিক সাহিত্যৰ এজন প্ৰধান কবি। সেই সময়ৰ কবি-সকলৰ ভিতৰত কেইজনমান আকৌ ডাঙৰ সমালোচকো আছিল আৰু ক'লৰিজো তেওঁলোকৰ ভিতৰত এজন আছিল। তেওঁৰ 'Biographia literaria' এখন লেখত লবলগীয়া গ্ৰন্থ। ক'লৰিজৰ দৰে কোনো এজন ৰোমাণ্টিক কবিৰে কবিতাত সম্মোহনী গুণটো নাছিল। অৱশ্যে মই আজি কবিজনাৰ সাহিত্য প্ৰতিভা সম্পৰ্কে আলোচনা কৰিব ওলোৱা নাই মই কেৱল আফিং খাই বুঁদ হৈ থকা শক্তিশালী কবিজনৰ জীৱনৰ দুই এটা কথাহে কব খুজিছো য'ত তেওঁৰ প্ৰতিভাতকৈ পাগলামীহে বেছি পৰিস্ফুট হ'ব।

বাল্যকালতে ক'লৰিজৰ বিশেষধৰণৰ প্ৰতিভাৰ নিদৰ্শন পোৱা গৈছিল এনেধৰণে : তেওঁৰ পেহায়েকৰ সকলোধৰণৰ বস্তু থকা এখন দোকান আছিল, গতিকে তাত নানা ধৰণৰ কিতাপো পোৱা গৈছিল আৰু সৰু ল'ৰা-ছোৱালীৰ বাবে লেখা সকলো ধৰণৰ ক্লাছিকেই অকণমানি ক'লৰিজে দোকানৰ বেৰৰ কাষত বাগৰি লৈ পঢ়ি পেলাইছিল আৰু তাৰ পিছত গাঁওৰ গীৰ্জাঘৰৰ চোতালত সেই গল্পবোৰৰ চৰিত্ৰবোৰ অকলে অকলে অভিনয় কৰি ঘুৰি ফুৰিছিল। ছয় বছৰ বয়সতে তেওঁ ৰবিনচন ক্ৰুছোকে আদি কৰি নানা ধৰণৰ কিতাপ প'ঢ়িছিল আৰু আন্ধাৰ হ'লেই তাত লগ পোৱা দৈত্যবোৰৰ ক'লা ছাঁয়াই যেন তেওঁক হেঁচি ধৰিছিল। পিছত তেওঁৰ দেউতাকে পুতেকৰ ওপৰত পৰা 'কুপ্ৰভাৱ'ৰ বাবে সেই কিতাপবোৰ পুৰি পেলাইছিল। পিছৰ জীৱনত আফিঙৰ

নিচাত ডুবি কল্পনাৰ ৰাজ্যত উটি ভাহি ফুৰা ক'লৰিজৰ কল্পনা বিলাস আৰম্ভ হৈছিল কিন্তু সৰু কালতেই, সেই কিতাপবোৰ পুৰি পেলোৱাৰ পিছতেই। কিতাপ নাই, গতিকে মনবো সংগী নাই, সেয়ে ক'লৰিজে মনৰ মাজতে এক কল্পনাৰ ৰাজ্য সৃষ্টি কৰি ল'লে। ক'লৰিজৰ নিজৰ ভাষাত—So I became a Dreamer—।" সৰু ল'ৰাটোৱে খেলা ধূলাকে আদি কৰি সকলো দৈহিক কাৰ্য পৰিহাৰ কৰি নিজৰ কল্পনাৰ জগত এখন সৃষ্টি কৰি সেই কাল্পনিক চৰিত্ৰবোৰৰ মাজতে সময় কটাবলৈ ধৰিলে। লগৰীয়াবোৰে সেইবাবে তেওঁক খুব বেয়া পাইছিল ; কিন্তু তেওঁৰ এই কল্পনাবিলাসে সৰু লৰাটোক এনে এক পৰিপক্কতা দিছিল যে তিৰোতাবোৰে তেওঁক বিশেষ কিবা এটা বুলি মূৰত তুলিছিল, ফলত সেই বাল্যকালতে ক'লৰিজ হৈ পৰিছিল আত্মগৰ্বী। তেওঁৰ যেতিয়া আঠ বছৰো পূৰ্ণ হোৱা নাছিল—তেতিয়াই তেওঁৰ গাত এই গুণ আৰু দোষবোৰ প্ৰকট হৈ উঠিছিল—সূক্ষ্ম অনুভূতি, কল্পনাশক্তি, অলসতা, ভেম আৰু সকলোৰে প্ৰতি এক গভীৰ তুচ্ছ তাচ্ছীল্যৰ ভাব।

পিছে চেহেৰাৰ পিনৰ পৰা তেওঁ আছিল একেবাৰেই অনাকৰ্ষণীয়, উচ্চতাও আছিল অতি কম। তথাপি তেওঁৰ জীৱনতো প্ৰেমৰ জোৱাৰ আহিছিল। 'Love' নামৰ ক'লৰিজৰ কবিতাটোৰ কিছু পংক্তি এই প্ৰসংগত উদ্ধৃত কৰি দিলো :

> "Oft in my waking dreams do I
> Live O'er again that happy hour,
> When midway on the mount I lay
> Beside the ruin'd tower.

এই কবিতাটোৰ নায়কে প্ৰেমিকালৈ অপেক্ষা কৰি থাকিছিল আৰু সি সাৰ্থকো হৈছিল কাৰণ তেওঁ সেই প্ৰেমৰ প্ৰতিদানো পাইছিল। বাস্তৱ জীৱনত কিন্তু কবিৰ নিজৰ এই সৌভাগ্য হোৱা নাছিল। এবাৰ মেৰী ইভান্স নামৰ ছোৱালী এজনীক প্ৰেম নিবেদন কৰাৰ পাছত প্ৰত্যাখ্যাত হৈ তেওঁ যি কাণ্ড কৰিলে তেনে কাণ্ড বোধহয় পৃথিৱীৰ কোনো ব্যৰ্থ প্ৰেমিক কবিয়ে কৰি পোৱা নাই। সেই সময়ত তেওঁ কেমব্ৰিজত কবি হিচাপে, পণ্ডিত ব্যক্তি হিচাপে সুনামো আৰ্জিছে। কিন্তু ছোৱালীজনীৰ প্ৰত্যাখ্যানে তেওঁক ইমান বেছি ক্ৰোধান্বিত কৰি তুলিলে যে তেওঁ কেমব্ৰিজেই পৰিত্যাগ কৰিলে আৰু শেষত গৈ লণ্ডন পালেগৈ। তাৰ পিছত তেওঁ এক অদ্ভুত কাম কৰিলে, তাৰ অশ্বাৰোহী বাহিনীত ক'লৰিজে এজন সাধাৰণ সৈন্য হৈ যোগ দিলে, কিন্তু তেতিয়া বিখ্যাত হৈ পৰা ক'লৰিজে নিজৰ নামটো ভৰ্তি কৰিলে এনে এক অদ্ভুত নামেৰে—ছাইলাছ টককেন, কাম্বাৰবেটছ ( Silas Tomken Cumberbatch )। সি যি কি নহওক, তাত কিছুদিন কাম কৰাৰ পিছত ক'লৰিজৰ নানা ধৰণৰ মৌলিক

কণ্ঠ, বতৰা, কাম-কাজে তেওঁক অশ্বাৰোহী সকলৰ মাজত বেছ জনপ্ৰিয়ই কৰি তুলিছিল। সিবিলাকে তেওঁক এক বিশেষ প্ৰতিভাৰ মানুহ বুলিয়েই ধৰি লৈছিল। আনহাতে ছাইলাছ আছিল আটাইতকৈ অপদাৰ্থ অশ্বাৰোহী, তেওঁ যে ঘোঁৰাত উঠিবলৈ গৈ কিমানবাৰ পৰিছিল তাৰ সীমা সংখ্যা নাছিল। সেইবাবে সকলোৰে মাজত তেওঁ অতি হাঁহিয়াতৰ পাত্ৰও হৈছিল 'ছাইলাছ আকৌ ঘোঁৰাৰ পৰা পৰিল? হোঃ হোঃ হোঃ হাঃ হাঃ হা.........'

তাৰ পিছত এটা ঘটনা ঘটিল। এবাৰ তেওঁক বলৰুম এটাৰ ৰখীয়া পতা হৈছিল। তাৰ দুৱাৰ মুখত বহি থাকোতে তেওঁৰ ওচৰেদি দুজন অফিচাৰ পাৰ হৈ গৈছিল আৰু ইউৰিপাইডিছৰ কিবা কথা আলোচনা কৰি গৈছিল। তাৰ পিছত এজনে ইউৰিপাইডিছৰ দুটা লাইন মুখস্থও গাই দিছিল। ইফালে গ্ৰীক শব্দটো কাণত পৰাৰ লগে লগে ক'লবিজৰ কাণ থিয় হৈ গৈছিল, তেওঁ সন্মান সহকাৰে মূৰৰ দীঘল টুপীটো চুই কৈছিল—'ছাৰ, আপুনি গোৱা লাইন দুটা আচলতে এনেকুৱাহে হব লাগিছিল'—এইবুলি কৈ ক'লবিজে শুদ্ধকৈ লাইন দুটা আওৰাইছিল আৰু তাৰ পিছত কৈছিল—'ছাৰে যেন মোক ক্ষমা কৰে—পিছে সেই লাইন দুটা ইউৰিপাইডিছৰ নহয়, ছফোক্লিছৰ ইডিপাছ'ৰ হে...'

অফিচাৰজনে খঙতে গালি পাৰি উঠিছিল আৰু ঠাট্টা কৰি সুধিছিল—তুমিনো কোন? বুঢ়া ফষ্টাছ আকৌ ডেকা হৈ উঠিলা নেকি?'

'ছাইলাছে' সশ্ৰদ্ধভাৱে আকৌ মূৰৰ টুপীটো চুই নম্ৰতাৰে উত্তৰ দিছিল 'মই ছাৰৰ এজন নিঃকিন প্ৰহৰীহে মাত্ৰ।'

অফিছাৰ দুজনে লৰালৰিকৈ বলৰুমলৈ সোমাই গৈ সেই অদ্ভুত প্ৰহৰীজনৰ বিষয়ে সোধপোছ আৰম্ভ কৰি দিছিল। তেতিয়া তাৰ ডাক্তৰজনে কৈছিল যে তেৰোঁ বহুদিনৰ পৰা মানুহটোৰ কথা কাণ্ড লক্ষ্য কৰি আছে, কিন্তু কোনোপধ্যে তাৰ পৰা নিজৰ বিষয়ে একো উলিয়াব পৰা নাই। তেওঁৰতো ধাৰণা যে এই 'উৰণীয়া পখীটো' অক্সফ'ৰ্ড বা কেমব্ৰিজৰ 'চৰাইৰ বাহ'ৰ পৰাহে উৰি আহিছে! তাৰ পিছত তেওঁলোকে 'ছাইলাছ'ৰ বাৰে বাৰে ঘোঁৰাৰ পৰি যোৱা ক্ষতবিক্ষত দেহটো লৈয়ো বগৰ কৰিলে। অৱশ্যে 'বেচেৰা পণ্ডিত'ৰ ওপৰত তেওঁলোকৰ অলপ পুতৌও উপজিছিল আৰু সেয়ে ক'লবিজক ৰেজিমেণ্টটোৰ হাস্পাতালৰ এজন সহকাৰীৰ চাকৰি দি বাৰে বাৰে ঘোঁৰাৰ পৰা পতনৰ পৰা উদ্ধাৰ কৰিলে। ইয়াৰ পিছত ক'লবিজৰ স্বাস্থ্যৰে যে উন্নতি হৈছিল তেনে নহয় হাস্পাতালৰ ৰোগীসকলৰো নিৰাময় ত্বৰান্বিত হৈছিল, কাৰণ ডাক্তৰৰ ঔষধতকৈও তেওঁ কোৱা মজাৰ কাহিনীবোৰ হেনো বেছি আৰোগ্যকাৰক হৈছিল!

এবাৰ ৰেজিমেণ্টৰ বন্দুক আদি অস্ত্ৰ-শস্ত্ৰ পৰীক্ষা কৰা পৰিদৰ্শকজনে এটা মামৰে ধৰা বন্দুক দেখি অশ্বাৰোহী সকলক সুধিছিল—খুব বেছি মামৰে ধৰা নেকি? 'অঁ' খুব বেছি মামৰে ধৰা।' পৰিদৰ্শকে উত্তৰ দিছিল। ক'লৰিজে যুৰ খজুৱাই উত্তৰ দিছিল—'তেন্তে সেই বন্দুকটো মোৰেই, ছাৰ!'

পিছে ক'লৰিজৰ সেই ছদ্মবেশী দিনৰ এদিন অন্ত পৰিছিল। এদিনাখন ক'লৰিজে হাস্পাতালৰ ৰোগীসকলৰ লগত তেনেকৈ কথা বতৰা পাতি তেওঁলোকক আমোদ দি থকাৰ পৰত মিলিটাৰী পোচাক পিন্ধা (সেই পোচাক তেওঁলোকৰ গাৰ জোখৰ নাছিল) তিনিজনমান মানুহ সোমাই আহি বিনাবাক্যব্যয়ে ক'লৰিজক কোঠালীটোৰ পৰা হুৰহুৰাই টানি লৈ গৈছিল। ৰোগীসকলে ভাবিলে যে কিবা অপৰাধৰ বাবেই তেওঁক শাস্তি দিবলৈ তেনেকৈ লৈ গ'ল। এজন ৰোগীয়ে হুমুনিয়াহ কাঢ়ি সহানুভূতিৰে কৈ উঠিল—'বেচেৰা ছাইলাছ। তেওঁ যেন পাঁচশমান বেত খায়ে সাৰি যাব পাৰে।'

পিছে সেই মানুহকেইজনো ক'লৰিজৰ দৰেই কেমব্ৰিজৰ ছদ্মবেশী অধ্যাপক আৰু তেওঁৰ বন্ধু আছিল। তেওঁলোকে পুনৰ ক'লৰিজক বিশ্ববিদ্যালয়ত অধিষ্ঠিত কৰিছিল। ক'লৰিজৰ জীৱনৰ এনে নানা অদ্ভুত ঘটনাত মনত পৰে এজন জীৱনীকাৰে তেওঁৰ বিষয়ে লেখা এইষাৰ কথা—'his questing and self—tortured pilgrimage through life—'

# স্কাৰলেট্ ও'হাৰাৰ পুনৰ্জন্ম

অলপতে এখন কিতাপে আমেৰিকাত বৰ হুলস্থুল লগাইছিল—লাখ লাখ কপি 'গৰম পিঠা'ৰ ( Hot Cake ) দৰে বিক্ৰী হৈ গৈছিল। কিতাপখনৰ নাম আছিল 'স্কাৰলেট'। সমালোচকসকলৰ মতে কিতাপখন একো উৎকৃষ্টও নহয়—তথাপি 'স্কাৰলেটৰ'ৰ এই অভূতপূৰ্ব জনপ্ৰিয়তাৰ কাৰণ কি ?

তাৰ কাৰণ জানিবলৈ হ'লে 'গন্ উইথ দ্য উইণ্ড' ( Gone with the wind ) নামৰ কিতাপখনৰ কথা জানিব লাগিব। মাৰ্গাৰেট মিচেল নামৰ আমেৰিকা যুক্তৰাজ্যৰ জৰ্জিয়াত এগৰাকী সাংবাদিক আছিল। ১৯২৫ চনত তেওঁ দীঘলীয়া অসুখ এটাত ভুগিলে। সেই অসুখৰ ক্লান্তিৰ পৰা হাত সাৰিবলৈ তেওঁ দশ বছৰ জুৰি নিজকে আনন্দ দিবলৈ গন্ উইথ দ্য উইণ্ড (Gone with the wind) নামেৰে স্কাৰলেট ও' হাৰা নামৰ ছোৱালী এজনাক নায়িকা কৰি উপন্যাস এখন লেখিবলৈ আৰম্ভ কৰি শেষ কৰিছিল। তাৰপিছত মাৰ্গাৰেট মিচেলে কল্পনাও কৰিব নোৱাৰা অভাৱনীয় ঘটনা এটা ঘটিল। উপন্যাসখন প্ৰায় ৰাতিৰ ভিতৰতে 'বেষ্ট্ ছেলাৰ' ( Best Seller ) হৈ পৰিল। ১৯৩৬ চনত প্ৰকাশিত হোৱা এই কিতাপখন আমেৰিকাৰ ১০,০০০,০০০ অৰো আধক লোকে কিনিলে। ই আমেৰিকাৰ সৰ্বকালৰ এখন সৰ্বাধিক বিক্ৰি হোৱা কিতাপ বুলি পৰিগণিত হৈছে। ২৬ বছৰ জুৰি এই কিতাপখনৰ বিক্ৰিৰ ৰেকড কোনো কিতাপেই ভংগ কৰিব পৰা নাছিল। প্ৰকাশৰ এবছৰৰ পিছতে ১৯৩৭ চনত ই আমেৰিকাৰ বিখ্যাত পুলিট্জাৰ পুৰস্কাৰ লাভ কৰে। এহাজাৰ সাতাত্ৰিশ পৃষ্ঠাৰ এই সুদীঘ উপন্যাসখন পৃথিবীৰ ৩০টা ভাষাত অনূদিত হৈছে আৰু অন্ধ মানুহৰ বাবে ব্ৰেইল পদ্ধতিতো ইয়াক প্ৰকাশ কৰা হৈছে। পিছে মাৰ্গাৰেট মিচেল আছিল বৰ লাজুক প্ৰকৃতিৰ মহিলা, তেওঁৰ আত্মপ্ৰচাৰৰ একেবাৰে ইচ্ছা নাছিল, নিজৰ আনন্দৰ বাবেহে তেও কিতাপখন লেখাছিল, ছপাৰ কথাও ভবা নাছিল।

'গন্ উইথ দ্যা উইণ্ড'ৰ পটভূমি বিশাল। যুক্তৰাজ্যৰ দক্ষিণাঞ্চলৰ লগত উত্তৰাঞ্চলৰ সেই সময়ত গৃহযুদ্ধ চলি আছিল। দক্ষিণে স্বাধীন ৰাজ্য কিছুমান শাসন কৰি থাকিবলৈ আৰু দাসত্বপ্ৰথা বজাই ৰাখিলৈ বিচাৰিছিল যুদ্ধ লাগিছিল এই কাৰণতে। অৱশেষত দাক্ষণৰ পৰাজয় ঘটিছিল। মাৰ্গাৰেট মিচেলে সৰুৰে পৰাই এই যুদ্ধখন দেখিছিল, গতিকে তেওঁৰ উপন্যাসত তাক আতি সফলতাৰে ৰূপায়ণ কৰিব পাৰিছিল।

পিছে গৃহযুদ্ধই যদি কেৱল এই অসাধাৰণ কিতাপখনৰ পটভূমি হ'লহেঁতেন, তেন্তে সি কি পাঠকৰ পৰা এনে অভূতপূৰ্ব সঁহাৰি পালেহেঁতেন ? স্বয়ং মার্গাৰেট মিশ্চেলেই কিতাপখন গৃহযুদ্ধ সম্পৰ্কীয় বুলি কৈ শেষত কিন্তু এই কথাখিনিও কৈছে—"উপন্যাসখনৰ যদি কিবা এটা কাহিনী আছে, সি হ'ল জীয়াই থকাৰ কাহিনী, টিকি থকাৰ কাহিনী।" তেওঁৰ কাহিনী হ'ল প্ৰধানকৈ স্কাৰলেট ও'হাৰাৰ কাহিনী, এই স্কাৰলেট সমাজৰ এনে এক শ্ৰেণীৰ ছোৱালী—যি শত সহস্ৰ বিপদ-আপদ, আলৈ—আহুকাল নেওচি নিজকে বচাই ৰাখিব পাৰে।

'গন্ উইথ দ্য উইণ্ড'খনে প্ৰকাশৰ মুখ দেখাৰ কাহিনীটোও এক প্ৰকাৰ চমকপ্ৰদ। নিউইয়ৰ্কৰ বিখ্যাত মেক্‌মিলান পাবলিছিং হাউছৰ প্ৰতিনিধি হেৰল্ড নাথানে ১৯৫৩ চনত নতুন প্ৰতিভাশালী লেখকৰ সন্ধানত আটলাণ্টালৈ (জৰ্জিয়াৰ ৰাজধানী) গৈছিল। তাত তেওঁ কেনেবাকৈ মার্গাৰেট মিশ্চেলৰ উপন্যাসখনৰ পাণ্ডুলিপিটোৰ কথা গম পাই চাবলৈ বিচাৰিলে। মার্গাৰেটে সেই পাণ্ডুলিপিটো তেওঁক কোনোমতেই নেদেখুৱায়—কাৰণ সেইখন হেনো প্ৰকাশৰ যোগ্য কিতাপেই নহয়! কিন্তু এগৰাকী আত্মীয়াৰ জোৰ জবৰদস্তিত পৰিহে নিউইয়ৰ্কলৈ যোৱাৰ আগমুহূৰ্তত নাথানক শেষত তেওঁ পাণ্ডুলিপিটো দিছিল।

ইয়াৰ পিছৰ কাহিনী, অৰ্থাৎ কিতাপখনৰ অভূতপূৰ্ব সাফল্যৰ কাহিনী প্ৰথমতেই কৈ অহা হৈছিল। ১৯৪৫ চনত মৃত্যু হোৱা মার্গাৰেট মিশ্চেলে দ্বিতীয় কিতাপ এখন আৰু নেলেখিলে কিন্তু এই এখন কিতাপেই তেওঁক অমৰ কৰি ৰাখিলে। ১৯৩৯ চনত গন্ উইথ দ্য উইণ্ডখনক হলিউডে চিনেমাৰ ৰূপ দিয়ে। তাৰপিছৰপৰা সেইখন সাত নে আঠবাৰ নতুনকৈ নিৰ্মাণ কৰি উলিওৱা হৈছিল (পুৰণি ছবিখনকে)। তাৰ ৰেট্ বাট্‌লাৰ নামৰ প্ৰধান চৰিত্ৰটোৰ ভূমিকাত অভিনয় কৰিছিল হলিউডৰ তেতিয়াৰ সুখ্যাত অভিনেতা ক্লাৰ্ক গেব্‌লে আৰু নায়িকা চৰিত্ৰৰ ৰূপ দিছিল ভিভিয়ান্ লেই। এই চিনেমাখন কেবাবছৰো জুৰি আমেৰিকাৰ আটাইতকৈ বেছি অৰ্থ উপাৰ্জন কৰা চলচ্চিত্ৰ হিচাপে পৰিগণিত হৈছিল।

এতিয়া পুনৰ স্কাৰলেটৰ কথালৈ আহোঁ। গন্ উইথ দ্য উইণ্ডত স্কাৰলেটৰ যদিও ৰেট্ বাটলাৰৰ লগত বিয়া হৈছিল, তেওঁ প্ৰেমত পৰিছিল এইন এজনৰহে। অথচ ৰেট্ বাটলাৰ হ'ল এজন অতি আকৰ্ষণীয় ব্যক্তিত্বৰ লোক, প্ৰচুৰ সম্পদৰো অধিকাৰী। গতিকে বৰ্তমান 'স্কাৰলেট' নামৰ গ্ৰন্থখনৰ লেখিকা গৰাকীৰ বোধহয় এই কথাটো সহ্য নহ'ল যে স্কাৰলেটে কিয় ৰেট্ বাটলাৰক ভাল নোপোৱাকৈ থাকিব। সেই অভিযোগটো গুচাবৰ বাবেই বোধহয় এতিয়া তেওঁ 'গন্ উইথ দ্য উইণ্ড'ৰ পিছৰ কাহিনী হিচাপে স্কাৰলেটখন লেখি উলিয়ালে য'ত স্কাৰলেট আৰু ৰেটক তেওঁ পৰস্পৰৰ

প্ৰেমাস্পদ কৰি দেখুৱালে। ফলত কিতাপখন বিক্ৰি হ'ল অভাৱনীয় ৰূপত, যাৰ দ্বাৰা লেখিকাই লাখ লাখ টকা উপাৰ্জন কৰিলে। অৱশ্যে স্কাৰলেটৰ এই নতুন ৰূপক প্ৰকৃত সৃষ্টিকাৰিণী মাৰ্গাৰেট মিশ্চেলে বা কি হিচাপে গ্ৰহণ কৰিলেহেঁতেন? হয়তো স্কাৰলেটৰ এই ৰূপান্তৰত তেওঁ কবৰৰ ভিতৰতে ইচাট বিচাট কৰি আছে।

## টমাছ হাৰ্ডিৰ মানৱপ্ৰেম আৰু প্ৰকৃতি প্ৰেম

ইংৰাজী সাহিত্যৰ এজন বিখ্যাত ঔপন্যাসিক আৰু কবি হ'ল থমাছ হাৰ্ডি (১৮৪০-১৯২৮)। তেওঁৰ বিখ্যাত উপন্যাস কেইখনমান হ'ল Tess of the D'ubervilles, Far From the Madding Crowd, Mayor of Casterbridge আদি।

এই হাৰ্ডিৰ বিষয়ে এটা কাহিনী বৰ্ণনা কৰা যাওক। হাৰ্ডিৰ তেতিয়া তৰুণ বয়স। তেওঁ থকা ঠাইডোখৰৰ ওচৰতে আছিল এজন বন বিষয়া। সেই বনবিষয়াৰ জীয়েকৰ প্ৰায় ৰঙচুৱা চুলিকোছাৰ বাবে হাৰ্ডি ছোৱালীজনীৰ প্ৰতি অতিকৈ আকৰ্ষিত হৈছিল। কিন্তু হাৰ্ডি তাইতকৈ তিনি চাৰি বছৰে সৰু হোৱা বাবে তাই হাৰ্ডিক গ্ৰাহ্যকে নকৰিছিল। তাৰপিছত বেছ কম বয়সতে তাই আন এজন ল'ৰাক বিয়া কৰাই পেলাইছিল। পিছত হাৰ্ডিয়ে তেওঁৰ এখন কিতাপত তাইক লিজবি ব্ৰাউন'ৰ চৰিত্ৰত ৰূপায়ন কৰি এক হিচাপে অমৰ কৰি ৰাখিছিল।

ইয়াৰ পিছত হাৰ্ডি আন এজনী ছোৱালীৰ প্ৰেমত পৰিছিল। তেওঁৰ মতে এইবাৰ তেওঁৰ প্ৰেম আগতকৈ গভীৰ আছিল। এই ছোৱালীজনী আছিল এজন খেতিয়কৰ ছোৱালী, নাম লুইছা। তাৰপিছতো যে হাৰ্ডি আৰু কেবাবাৰো প্ৰেমত পৰিছিল, সেই কথাও জনা যায়। পিছে একমাত্ৰ লুইছাৰ বাহিৰে আন কাৰো প্ৰতি তেওঁৰ প্ৰেম গভীৰ নাছিল। শৰতৰ বৰাগী ডাৱৰৰ দৰেই সেই সকলৰ প্ৰতি তেওঁৰ আবেগ অসীমত হেৰাই গৈছিল।

হাৰ্ডিৰ মনত এক বিশ্বাসো হৈছিল যে লুইছায়ো তেওঁৰ প্ৰতি অন্তৰত প্ৰেম ভাব পোষণ কৰিছে। তাৰ প্ৰমাণ হিচাপে তেওঁ লুইছাৰ আচাৰ-আচৰণৰ প্ৰতি উন্মুকিয়াইছিল। এবাৰৰ এটা ঘটনাই তেওঁৰ সেই ধাৰণা বদ্ধমূল কৰিছিল। সেই দিনা তেওঁ ডৰচেষ্টাৰ্ৱায়াৰৰ পৰা ঘৰলৈ খোজকাঢ়ি আহি আছিল। তেতিয়া তেওঁ লক্ষ্য কৰিলে যে লুইছাই তেওঁলোকৰ আগৰ গলিটোৰে অহাযোৱা কৰি আছে, 'নিশ্চয় মোকেই লগ ধৰিবলৈ লুইছাই এনেকৈ অহা যোৱা কৰি আছে।' হাৰ্ডি আনন্দত অধীৰ হৈ উঠিছিল। কিন্তু তেওঁৰ ইমানেই লাজ লাগিছিল যে লুইছাক 'গুড্ ইভনিং' শব্দটোৰে সম্ভাষণ জনাই লৰালৰিকৈ ঘৰৰ পিনে আগবাঢ়িছিল। বেচেৰী লুইছা

আছিল আৰু বেছি লাজুক, তাইতো সেই সম্ভাষণৰ প্ৰত্যুত্তৰো দিব নোৱাৰিলে, একেবাৰে নীৰৱে ৰ'ল। পিছত হাৰ্ডিয়ে শুনিলে যে লুইছাই ওৱেমাউথৰ ছোৱালীৰ ব'ৰ্ডিংস্কুল এখনত পঢ়াশুনাৰ বাবে গৈ ভৰ্তি হৈছে।

তাৰপিছত হাৰ্ডিৰ কাম হৈছিল প্ৰতি ৰবিবাৰে ওৱে মাউথলৈ যোৱা। কিন্তু প্ৰথমতে তেওঁ লুইছাৰ সন্ধান উলিয়াব পৰা নাছিল। পিছত হে তেওঁ এদিন লুইছাক বান্ধৱীসকলৰ লগত গীৰ্জা ঘৰ এটালৈ যোৱা আৱিষ্কাৰ কৰিলে। তাৰপিছৰ পৰা প্ৰতি ৰবিবাৰে তেওঁ সেই গীৰ্জাৰ ওচৰত ঘূৰঘূৰ কৰি থকা হ'ল। পিছে তেওঁৰ সেই প্ৰেমৰ প্ৰতিদান হিচাপে লুইছাৰ পৰা উপহাৰ পাইছিল মাথো মধুৰ এটা হাঁহি।

লুইছাক যে তেওঁ জীৱনত পাহৰিব পৰা নাছিল তাৰ প্ৰমাণ আমি থমাছ হাৰ্ডিয়ে মৃত্যুৰ আগতে 'Louisa in the Lane' নামেৰে লিখা কবিতা এটাতে পাওঁ। পৃথিৱী-বিখ্যাত এই লেখকজনৰ এই প্ৰেয়সী গৰাকী কিন্তু মৃত্যুৰ পিছত মেলষ্টকৰ কবৰখানাৰ এক অখ্যাত-অজ্ঞাত মাটিৰ ঢাপৰ তলত চিৰনিদ্ৰাত পৰি থাকিল। গলিৰ সেই 'গুড ইভনিং 'টোৱেই আছিল তেওঁলোকৰ মাজৰ একমাত্ৰ বাক্য-বিনিময়।

* * *

১৮৯১ চনৰ শেষৰ পিনে হাৰ্ডিৰ Tess of the d'ubervilles খন 'গ্ৰাফিক্' নামৰ আলোচনী এখনত ধাৰাবাহিক ভাৱে প্ৰকাশ হ'বৰ সময়ত সম্পাদকে কিতাপ খনৰ এটা বৰ্ণনাত আপত্তি দৰ্শালে। এঞ্জেল ক্লেয়াৰ নামৰ পুৰুষ চৰিত্ৰটোৱে পানীৰে ভাহি যোৱা গলি এটাত টেছ আৰু তাইৰ তিনিজনী গোৱালিনী বন্ধুক কোলাত ডাঙি পাৰ কৰি দিয়াৰ দৃশ্য এটা আছিল। সম্পাদকে ক'লে যে পৰিয়ালৰ সকলোৱে পঢ়া আলোচনী এখনত এনে বৰ্ণনা থকা উপন্যাস এখন প্ৰকাশ পোৱাটো সমীচীন নহ'ব এই দৃশ্যটো একপ্ৰকাৰ অশ্লীল। হাৰ্ডিয়ে যেন সেইটো অলপ অদল বদল কৰি এঞ্জেল ক্লেয়াৰে ছোৱালী কেইজনীক সৰু হাতগাড়ী ( Wheel barrow ) এখনত উঠাই পাৰ কৰি নিয়া দেখুৱায়।

হাৰ্ডিয়ে সেইখিনি অদল বদল কৰাত আপত্তি কৰা নাছিল '

* * *

হাৰ্ডি আছিল এজন অতি মৰমিয়াল প্ৰকৃতিৰ মানুহ। এই মানৱতাবাদী লেখকজনৰ চৰাই-চিৰিকতি আৰু জীৱ-জন্তুৰ প্ৰতিও প্ৰগাঢ় মৰম আছিল। বিশেষকৈ চৰাইৰ প্ৰতি।

এবাৰ তেওঁৰ নাট্যকাৰ বন্ধু আলফ্ৰেড ছাত্ৰোক হাৰ্ডিয়ে ভাত খোৱাৰ নিমন্ত্ৰণ কৰিছিল। তেতিয়া হাৰ্ডিৰ Jude the Oscure নামৰ বিখ্যাত কিতাপখন প্ৰকাশ পাইছিল। ছাত্ৰোই সেইখনৰ ভূয়সী প্ৰশংসা কৰিবলৈ আৰম্ভ কৰাত হাৰ্ডিৰ পত্নীয়ে

কৈছিল যে তেওঁ কিন্তু কিতাপখন ভাল পোৱা নাই। হাৰ্ডিয়ে যদি অইন কিতাপ বোৰৰ পাণ্ডুলিপিৰ দৰে এইখনো তেওঁক প্ৰথমতে পঢ়িবলৈ দিলেহেঁতেন তেতিয়াহলে তেওঁ হয় কিতাপখন ছপাব নিদিলেহেঁতেন, নহয় অজস্ৰ সালসলনি কৰিলেহেঁতেন। ঘৈণীয়েকৰ কথাত হাৰ্ডিয়ে একো নামাতি গহীন হৈ খোৱা থালতে চকু নিবদ্ধ কাৰ নাৰৰে বহি ৰ'ল। ছাত্ৰোৰ পৰিবেশটো বৰ অস্বস্তিকৰ যেন লগাত প্ৰসংগ সলাবলৈ ক'লে যে তেওঁলোকৰ হাবিত দেখা চৰাই এটা তেওঁলোকে বহুতদিন চেষ্টা কৰিও কি জাতিৰ সেই কথা উলিয়াব পৰা নাছিল যদিও এতিয়া পাৰিছে। লগে লগেই হাৰ্ডিৰ মুখলৈ ভাবান্তৰ আহি গ'ল আৰু উজ্জ্বল মুখেৰে পৰম উৎসাহেৰে চৰাই-চিৰিকতি জীৱ-জন্তু, হাবি-বননিৰ কথা আলোচনা কৰিবলৈ ধৰিলে!

*　　　　*　　　　*

জ্যুড দ্য অবস্কিয়'ৰখন ১৮৯৬ চনত প্ৰকাশ হোৱাৰ পিছত চাৰিওফালে বিৰাট হুলস্থুল লাগি গৈছিল, কাৰণ সেই কিতাপখনত সেই ভিক্টোৰিয়ান যুগৰ দুটা পবিত্ৰ অনুষ্ঠানক মৃদুভাৱে সমালোচনা কৰা হৈছিল। তাৰে এটা হ'ল বিবাহ, আনটো হ'ল অক্সফৰ্ড। হাৰ্ডিয়ে সেই সমালোচনাৰ দ্বাৰা এনেকৈয়ে ধৰাশায়ী হ'ল যে তাৰপিছত তেওঁ উপন্যাস লেখা সম্পূৰ্ণ বাদ দি কবিতা লেখাতে নিমগ্ন হৈ থাকিল।

# চার্লটি ব্ৰণ্টি আৰু তেওঁৰ জেন্ আয়াৰৰ জন্মকাহিনী

'জেন্ আয়াৰ' উপন্যাসখনৰ লেখিকা হ'ল ইংলণ্ডৰ ভিক্টোৰিয়ান যুগৰ বিখ্যাত ব্ৰণ্টি ভগ্নীত্ৰয়ৰ এগৰাকী চাৰ্লটি ব্ৰণ্টি। তেওঁৰ আন দুগৰাকী বাইভনীও ঔপন্যাসিক, কিন্তু তাৰে ভিতৰত এন্ ব্ৰণ্টি বাকী দুগৰাকীৰ সমান বিখ্যাত নহয়, আনহাতে এমিলি ব্ৰণ্টি বোলা আনগৰাকী ঔপন্যাসিকাই তেওঁৰ উইদাৰিং হাইটছ' (Wuthering Heights) নামৰ উপন্যাসখনৰ বাবে যি বিশ্বশ্ৰেষ্ঠ খ্যাতি আৰ্জিছে তাৰ নজিৰ বিৰল।

এই ব্ৰণ্টি পৰিয়ালটোৱে ইংলণ্ডৰ ইয়ৰ্কশ্বায়াৰৰ নিৰ্জন মুৰ (Moor) অঞ্চলৰ প্ৰায় জনমানৱহীন হেৱৰ্থ নামৰ ঠাই এখনত একপ্ৰকাৰ অতি নিঃসঙ্গ জীৱনযাপন কৰিছিল। তেওঁলোকে পৰস্পৰে পৰস্পৰক সংগ দি, পঢ়ি আৰু লেখি, বিশাল বিস্তৃত মুৰৰ পথত খোজকাঢ়ি ফুৰি সময়বোৰ পাৰ কৰি দিছিল।

এই তিনি বাইভনীৰ ভিতৰত চাৰ্লটি ব্ৰণ্টি আছিল আটাইতকৈ ডাঙৰ। তেওঁ 'জেন আয়াৰ'কে ধৰি কেবাখনো উপন্যাস লেখিছিল। 'জেন আয়াৰ'ৰ নায়ক মিঃ ৰচেষ্টাৰৰ বিষয়ে কোৱা হয় যে কোনোৱে আজিলৈকে এনে সফল বাইৰনিক হিৰো'ৰ চৰিত্ৰ সৃষ্টি কৰিব পৰা নাই।

তিনি বাইভনীয়ে কিতাপ লেখি প্ৰকাশৰ আশাৰে লণ্ডনৰ নানা প্ৰকাশকলৈ পঠাই আশা আৰু শংকাৰ কম্পিত হৃদয়েৰে বাট চাই থাকে। পিছে সদায়ে তেওঁলোকৰ উপন্যাসবোৰ সকলো প্ৰকাশকে নাকচ কৰি ঘূৰাই পঠায়। কিজানিবা পুৰুষৰ নামে বেছি সঁহাৰি পায়—এনে আশাতেই হয়তো তিনি বাইভনীয়ে নিজৰ নামেৰে লেখাবোৰ নপঠাই তিনিটা পুৰুষৰ ছদ্ম নামেৰে সেইবোৰ পঠাইছিল। তিনি বাইভনীৰ সেই ছদ্ম নাম কেইটা আছিল 'ক্ৰাৰ বেল' (চাৰ্লটি ব্ৰণ্টি), 'এক্টন বেল' (এমিলি ব্ৰণ্টি) আৰু 'এলিছ বেল' (এন্ ব্ৰণ্টি)। পিছে তথাপিও একো লাভ হোৱা নাছিল। প্ৰকাশকে অতি সংক্ষিপ্ত আৰু হুটা ভাষাৰে সেইবোৰ নাকচ কৰি ঘূৰাই পঠাইছিল। তাৰপিছত এদিন চাৰ্লটি ব্ৰণ্টিৰ একপ্ৰকাৰৰ ভাগ্যৰবি উদয় হৈছিল। তেওঁ কেইজনমান প্ৰকাশকে অভদ্ৰভাৱে নাকচ কৰি পঠোৱা 'The Professor' নামৰ উপন্যাসখন পুনৰ্বাৰ লণ্ডনৰে আন এক প্ৰকাশন সংস্থালৈ পঠাই দিছিল। সেই সংস্থাৰ অংশীদাৰ জৰ্জ স্মিথৰ স্মৃতি-চাৰণৰ নিম্নোক্ত কথাখিনি পঢ়িলে আমি গম পাম যে তেওঁলোকেও 'The Professor' খন নাকচ কৰি পঠাইছিল,

( এই উপন্যাসখন শেষত চাৰ্লটি ব্ৰন্টিৰ মৃত্যুৰ পিছতহে প্ৰকাশ হৈছিল ), কিন্তু লগতে এই কথাও লেখি পঠাইছিল যে 'মিঃ কুৰাৰ বেলে' যেন আন এখন উপন্যাস লেখি পঠায়। সেই অনুৰোধ ক্ৰমেই চাৰ্লটি ব্ৰন্টিয়ে তেওঁৰ অমৰ উপন্যাস 'জেন্ আয়াৰ' লেখি পঠিয়াই পুনৰ ঢুকঢুকু অন্তৰেৰে বাট চাই আছিল।

এতিয়া জৰ্জ স্মিথৰ স্মৃতিচাৰণ উদ্ধৃত কৰা হ'ল যি এক বিৰাট সাহিত্যিক ঘটনাৰ বাৰ্তাবাহক হিচাপে পৰিগণিত হোৱাৰ যোগ্য :

'১৮৪৭ চনৰ জুলাই মাহত আমাৰ ফাৰ্মলৈ পঠাই দিয়া পাণ্ডুলিপি এখন পাইছিলোঁ। পিছে তাত আৰু তিনি চাৰিজন মান প্ৰকাশকলৈ পঠোৱাৰ চিন আছিল—নামবোৰ মচি পেলালেও একেবাৰে মচ খাই যোৱা নাছিল। তেতিয়া আমি বুজি পাইছিলোঁ যে সেই পাণ্ডুলিপিটো আগতে অইন প্ৰকাশলৈও পঠোৱা হৈছিল। এই কাৰ্যৰ দ্বাৰা লেখিকাই আমাকতো তেওঁৰ পাণ্ডুলিপিখনৰ বিষয়ে ভাল ধাৰণা জন্মাব পৰা নাছিলেই, বৰং এই পাণ্ডুলিপিখন যে আৰু কেবাজনো প্ৰকাশকৰ দ্বাৰা অননুমোদিত হৈ ঘূৰি আহিছিল তাকেই জনাই দিছিল।

এই পাণ্ডুলিপিখন আছিল কুৰাৰ বেল নামৰ কোনো এক ব্যক্তিৰ 'দ্য প্ৰফেছৰ' নামৰ এখন উপন্যাস — যিখন চাৰ্লটি ব্ৰন্টিৰ মৃত্যুৰ পিছতহে প্ৰকাশ হৈছিল।) আমাৰ ফাৰ্মৰ নিৰ্দিষ্ট 'ৰীডাৰ' মিঃ উইলিয়ামছে কিতাপখন পঢ়ি এই বুলি মন্তব্য দিছিল যে এইখনে লেখকৰ বিৰাট সাহিত্যিক প্ৰতিভা থকাৰ কথাকে সূচায়, পিছে প্ৰকাশৰ মুখ দেখাৰ পিছত 'দ্য প্ৰফেছৰে' সফলতা লাভ কৰাৰ বিষয়তে তেওঁ সন্দিহান। আমি তেতিয়া ঠিক কৰিলোঁ যে মিঃ কুৰাৰ বেল নামৰ ভদ্ৰলোকজনৰ সেই কিতাপখনৰ আমি প্ৰশংসা কৰি চিঠি এখন দিম যদিও লগতে সেইখনৰ প্ৰকাশৰ অক্ষমতা জনাই সাফল্যৰ আশা থকা অইন কিতাপ এখন পঠোৱাৰ কথা লেখিম। পিছে আমি চিঠি লেখাৰ আগতে সেই কুৰাৰ বেলে আমালৈ চিঠি এখন লেখি তাৰ ভিতৰত ডাক টিকেট পঠাই দি এইদৰে লেখিলে যে তেওঁৰ কোনো এক 'বিশ্বস্ত বন্ধু'ৱে কৈছে যে তেনেকৈ লগত ডাক টিকেট পঠাই নিদিলে প্ৰকাশক সকলে সাধাৰণতে চিঠিৰ উত্তৰ নিদিয়ে।

যিহওক, আমাৰ চিঠি পাই চাৰ্লটি ব্ৰন্টিৰ ( 'কুৰাৰ বেল-ৰ ) কি মনোভাৱ হৈছিল সেই বিষয়ে তেওঁ কেনেদৰে লেখিছে সেই কথা মিঃ উইলিয়ামছে আমাক জনাইছিল। আশা ত্যাগ কৰিও তেওঁ ( কুৰাৰ বেল ) আৰু এক প্ৰকাশক সংস্থাৰ ওচৰ চাপিছিল। পিছে অভিজ্ঞতাই তেওঁক আশা কৰিবলৈ শিকোৱাৰ বহুত আগতেই তেওঁ সেই প্ৰকাশকৰ পৰা চিঠি এখন পালে আৰু 'আমি আপোনাৰ কিতাপখন প্ৰকাশ কৰিবলৈ অক্ষম' এনে এটা কঠোৰ বাক্যৰ উত্তৰটো যেন জানেই তেনে এক মনৰ

অৱস্থাৰে তেওঁ 'মেছাছ' স্মিথ, এল্ডাৰ এণ্ড কোং'ৰ মোহৰ মৰা চিঠিখন খুলিছিল। কিন্তু কুৰাৰ বেলে দেখিলে যে কঠোৰ বাক্যটোৰ সলনি প্ৰকাশকে দুটা পৃষ্ঠাৰ দীঘল চিঠি এখন লেখিছে। মিঃ বেলে কঁপা হাতেৰে চিঠিখন খুলিছিল। হয়, প্ৰকাশকে তেওঁৰ কিতাপখন ছপা কৰাৰ অক্ষমতা ঠিকেই প্ৰকাশ কৰিছে, তাৰ কাৰণ তেওঁলোকৰ ব্যৱসায়িক লাভ লোকচান, কিন্তু সেই দুই পৃষ্ঠাৰ চিঠিখনত তেওঁলোকে পাণ্ডুলিপিখনৰ গুণাগুণ এনে ভদ্ৰভাবে, এনে যুক্তিৰে, এনে বিবেচনাৰে এনে সুচিন্তিত ভাৱে দৰ্শাইছে যে কোনোবা প্ৰকাশকে জধে মধে কিতাপখন প্ৰকাশ কৰিবলৈ ল'লে তেওঁ যিখিনি উৎসাহিত হ'লহেঁতেন, এই অস্বীকাৰৰ চিঠিখনে তেওঁক তাতকৈও বেছি উৎসাহিত কৰি তুলিলে। যিহওক, তেওঁ আৰু এখন উপন্যাস লেখি আছে শেষ হলেই সেইখন পঠাই দিব।

ইয়াৰ পিছত 'মিঃ কুৰাৰ বেলে', আমালৈ 'জেন্ আয়াৰ' নামৰ উপন্যাসখনৰ পাণ্ডুলিপিখন পঠাই দিছিল আৰু লগতে আকৌ এটা ডাক টিকেট পঠাই তলত দিয়া কথাৰে চিঠি এখনো লেখিছিল: 'পাণ্ডুলিপিটোৰ বাবে কিন্তু মই কোনো পইছা পঠাব নোৱাৰিলোঁ, কাৰণ আপোনালোকে যিটো সৰু ষ্টেচনৰ ঠিকনাত সেইখন ওভতাই পঠাব, তাত এনেধৰণে কোনো পইছা আগতীয়াকৈ পঠাব নোৱাৰি। গতিকে আপোনালোকে পাণ্ডুলিপিটো পাই সেইখন মোলৈ ওভতাই পঠাব খুজিলে তাৰ বাবে কিমান টিকেট লাগিব সেই কথা যদি মোলৈ দয়া কৰি লেখি পঠায়, তেতিয়াহলে মই সেই টিকেট চিঠিৰ মাজত পঠাই দিম।' (চাৰ্লটি ব্ৰন্টিয়ে ধৰিয়ে লৈছিল যে এইবাৰো তেওঁৰ পাণ্ডুলিপিটো অমনোনীত হৈ ঘূৰি আহিব।)

মিঃ উইলিয়ামছে আগৰ বাৰৰ দৰেই 'জেন্ আয়াৰ'ৰ পাণ্ডুলিপিটো পঢ়িছিল আৰু তাৰপিছত এদিন শনিবাৰে মোৰ ঘৰলৈ লৈ আহি কৈছিল যে মই নিজে এবাৰ পাণ্ডুলিপিটো পঢ়িব লাগে। তেতিয়াৰ দিনত শনিবাৰে আধা দিনৰ ছুটী নাছিল, গতিকে ফাৰ্মৰ পৰা ঘৰ আহি পাওঁতে ৰাতি হৈছিল। পিছদিনা ৰবিবাৰে দুপৰীয়া চাৰে বাৰ বজাত মোৰ এজন বন্ধুক লগ পোৱাৰ বন্দবস্ত হৈ আছিল, লগপোৱাৰ ঠাইখন আছিল আমাৰ ঘৰৰ পৰা দুই তিনি মাইল দূৰৈত, তাৰপৰা আমি দুয়ো ঘোঁৰাত উঠি একালে যোৱাৰ কথা।

ৰবিবাৰে ৰাতিপুৱা চাহ জলপান খাই মই 'জেন্ আয়াৰ'ৰ পাণ্ডুলিপিটো লৈ মোৰ সৰু পঢ়া কোঠালীটোলৈ গৈছিলোঁ আৰু উপন্যাসখন পঢ়িবলৈ আৰম্ভ কৰিছিলোঁ। গল্পটোৱে মুহূৰ্ততে মোক সন্মোহিত কৰি পেলাইছিল। দুপৰীয়া বাৰ বজাত ঘোঁৰা আহি মোৰ দুৱাৰ মুখত থিয় দিছিল, কিন্তু মই পাণ্ডুলিপিটো এৰিব পৰা নাছিলোঁ। গতিকে মোৰ চহিচটোৰ হাতত বন্ধুজনলৈ এইবুলি চিঠি এখন লেখি পঠাই দিলোঁ যে

অৱস্থাৰ বিপাকত আজি মোৰ কোনোপধোই তেওঁক লগ ধৰা সম্ভৱ নহয়, সেইবাবে যেন তেওঁ মোক ক্ষমা কৰে। তাৰপিছত মই আকৌ পাণ্ডুলিপিটো পঢ়িবলৈ ধৰিলোঁ। কিছু পিছত মোৰ পৰিচায়কে আহি দুপৰীয়াৰ আহাৰ খাবলৈ মাতিছিল কিন্তু মই তাক অলপ চেণ্ডউইচ আৰু এগিলাছ মদ আনি তাতেই দি যাবলৈ কলো, কাৰণ তেতিয়া কিতাপখন এৰি উঠি যোৱাটো মোৰ পক্ষে অসম্ভৱ হৈ পৰিছিল। তাৰপিছত ৰাতিৰ আহাৰৰ সময়ো হৈছিল আৰু মই কোনোমতে কাণেমূৰে এগাল গাজি জেন্ আয়াৰখন পঢ়িয়েই গৈছিলোঁ। তাৰপিছত বহুত ৰাতিলৈ পঢ়ি সেইখন শেষ কৰি তাৰ পিছতহে মই শুবলৈ গৈছিলোঁ। 'কুৰাৰ বে'ললৈ চিঠি দিছিলোঁ। কিতাপখনৰ সফলতা আৰু সেইখন পুৰুষেই লেখা নে মহিলাৰ লেখা—তাক লৈ হোৱা বাকবিতণ্ডাৰ কথা মই ইয়াত আৰু লেখাৰ প্ৰয়োজন নাই। মোৰ নিজৰ লেখকৰ লিংগ সম্পৰ্কে কোনো সন্দেহ নাছিল। অৱশ্যে অইন পাঠকতকৈ মোৰ এটা সুবিধা আছিল এয়ে যে মই লেখকৰ হাতৰ আখৰ দেখিছিলো। তদুপৰি লেখাৰ ষ্টাইল, প্ৰকাশভংগীৰ বিশেষত্বই মোক পতিয়ন নিয়াইছিল যে মিঃ কুৰাৰ বেল এগৰাকী মহিলাহে। মিঃ উইলিয়ামছৰো একে মত আছিল।

চাৰ্লটি ব্ৰণ্টিৰ ১৮১৬ চনৰ জন্ম হৈছিল আৰু ১৮৫৫ চনত মৃত্যু হৈছিল। তেওঁ সেই চুটি জীৱন কালত চাৰিখন গ্ৰন্থ লেখি থৈ গৈছে যদিও 'জেন্ আয়াৰ' খনেই তেওঁক অমৰত্ব প্ৰদান কৰাত যথেষ্ট হ'লহেঁতেন। তাৰ নায়ক মিঃ ৰচেষ্টাৰক এক মেকিয়াভেলি চৰিত্ৰ বুলি কোৱা হয়। তেনে শক্তিশালী আৰু আকৰ্ষণীয় নায়কক সৃষ্টি কৰা চাৰ্লটি ব্ৰণ্টিয়ে নিজে কিন্তু সাধাৰণ ধৰ্মযাজক এজনক বিয়া কৰায়ে সন্তুষ্ট থাকিব লগা হৈছিল। সেই বিষয়ে এজন সমালোচকে এইদৰে লেখি গৈছে—'চাৰ্লটি ব্ৰণ্টিৰ জীৱনলৈ কিন্তু মিঃ ৰচেষ্টাৰৰ দৰে কোনো প্ৰিন্স চাৰ্মিং নাহিল, তেওঁৰ সাধাৰণ ধৰ্মযাজক এজনক লৈয়ে জীৱন কটাব লগীয়া হৈছিল। হায়, জীৱনৰ কি ট্ৰেজেডি।

# জন্ ডান

ইংলণ্ডৰ ষোড়শ শতিকাৰ Metaphysical ( অধিবিদ্যা বিষয়ক ) কবি সকলৰ এক অন্যতম শ্ৰেষ্ঠ কবি জন্ ডানৰ ( John Donne ) বহুতে নামটোকে নুশুনিব পাৰে বা তেওঁৰ বিষয়ে একোকে নাজানিব পাৰে, কিন্তু নানা প্ৰসংগত বহুলভাৱে প্ৰচাৰিত তেওঁৰ এই বিশেষ কথাষাৰ বহুতে নিশ্চয় জানে—'No Man is An Island .' জন্ ডান্ কবি হ'লেও বৃত্তিত এজন ধৰ্মযাজক আছিল, এই কথাফাঁকি তেওঁৰ বিখ্যাত ছাৰমন্ এটাৰে অংশ। অগাধ প্ৰতিভাৰ কবি, গতিকে তেওঁ গীৰ্জাত সমবেত হোৱা বা আন তেনে ধৰ্মীয় উদ্দেশ্যত সমবেত হোৱা ৰাইজৰ আগত যিবোৰ ধৰ্মকথা প্ৰচাৰ কৰিছিল বা কবিতাৰ আকাৰত গাইছিল সেইবোৰ যে একো একোটা অপূৰ্ব সাহিত্য কৰ্মৰো নমুনা হ'ব, তাত আচৰিত মানিব লগীয়া একো নাই। এই 'No Man Is An Island' ছাৰমনটোৰ কথাকেই ধৰা যাওক-ই এনে কলাগুণ বিশিষ্ট নহ'লেতো সমস্ত পৃথিৱী জুৰি আজি শ শ বছৰৰ পিছতো ছাৰমনটো এনেবহুলভাৱে উদ্ধৃত হৈ নাথাকিল হেঁতেন। কি সুন্দৰ কথাবোৰ, কি গভীৰ জীৱনবোধ তথা মৃত্যুবোধ! বাৰে বাৰে পঢ়িলেও আমনি নালাগে, তাৰ প্ৰাসংগিকতাও পৃথিৱীত মানৱ জাতি জীয়াই থকালৈকে অক্ষুণ্ণ হৈ ৰ'ব :

No man is an island,
entire in himsef.
Everyman's death diminishes me.
Do not go into the street
To look for whom the bell tolls,
It tolls for thee, it tolls for me.

প্ৰসংগক্ৰমে—এই ছাৰমনৰ 'for whom the bell tolls' বাক্যটোক শিৰোনামা কৰি লেখা আৰ্নেষ্ট হেমিংওয়েৰ এখন বিখ্যাত উপন্যাস আছে, আমাৰ ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই এই কিতাপখন 'দেব দুন্দুভি বাজে কাৰবাবে' নামেৰে অসমীয়ালৈ অনুবাদ কৰিছে। অৱশ্যে সমালোচক সকলে ক'ব খোজে যে নামটোৰ অনুবাদ সঠিক হোৱা নাই, কাৰণ মৃত্যুৰ লগত হে সেই ঘণ্টা ধ্বনি জড়িত-গতিকে 'মৃত্যুৰ ঘণ্টা ধ্বনি কাৰ বাবে' এই জাতীয় অনুবাদহে হ'ব লাগিছিল।

অনুবাদৰ প্ৰসংগত মনত পৰিল ৰবীন্দ্ৰনাথলৈ, জন্ ডান্ বোধহয় তেওঁৰো প্ৰিয় কবি আছিল, সেই কবিৰ কিছু কবিতা তেওঁ অনুবাদ কৰিছে। তেওঁ বিখ্যাত

উপন্যাস 'শেষেৰ কবিতা'ত ডানৰ এই কবিতা ফাঁকিৰ কি সুন্দৰ অনুবাদ কৰিছে পঢ়ুকচোন :

For God's sake, hold your tongue
And let me love, ( John Donne )
'দোহাই তোদেৰ একটুকু চুপ কৰ,
ভালোবাসিবাৰে দে আমাৰে অবসৰ।' ( ৰবীন্দ্ৰনাথ )

এইবাৰ এই কবিজনৰ জীৱনী থুলমূলকৈ লিখা যাওক। জন্ ডানৰ দেউতাক আছিল এজন অৱস্থাপন্ন বণিক, তেওঁৰ পূৰ্বপুৰুষৰ ভিতৰত এজন আছিল ছাৰ টমাছ মুৰ, ইউটোপিয়া ( utopia ) গ্ৰন্থৰ বাবে যি আজিও প্ৰাসংগিক, যাৰ বাণী প্ৰথম এলিজাবেথে মূৰো কটাইছিল। ১৫৭৩ চনত লণ্ডনত জন্ম হোৱা ডানক এঘাৰ বছৰ বয়সলৈকে ঘৰত পঢ়ুৱাই তাৰপিছত হে অক্সফৰ্ডলৈ পঠিওৱা হৈছিল, তাৰপিছত চৈধ্য বছৰত কেম্ব্ৰিজলৈ। অৱশ্যে তেওঁ মনোযোগী ছাত্ৰ বা পিছলৈ এজন পণ্ডিত ধৰ্মতত্ত্ববিদ হ'লেও কোনোখন বিশ্ববিদ্যালয়ৰ পৰা ডিগ্ৰী ল'ব পৰা নাছিল। পিছত তেওঁ বিখ্যাত 'লিংকনছ্ ইন', ত আইন পঢ়িলে আৰু শপথ লৈ পৰিয়ালৰ কেথলিক ধৰ্ম ত্যাগ কৰি 'ৰিফৰ্মাৰ' সকলৰ লগত যোগ দিলে। তাৰ পিছতে তেওঁ সেই সংক্ৰান্তত স্পেইন আৰু ইটালী ভ্ৰমণৰ বাবে ওলাই গৈছিল। ইংলণ্ডলৈ উভতি অহাৰ পিছত তেওঁক আৰ্ল এলেছমিয়াৰে নিজৰ চেক্ৰেটাৰী কৰি লৈছিল, কিন্তু সেই সময়তে জানে গোপনে ছাৰ জৰ্জ মুৰৰ কন্যা এনক দেউতাকৰ মতৰ বিৰুদ্ধে বিয়া কৰোৱা এলেছমিয়াৰৰ আৰ্লো তেওঁৰ ওপৰত ক্ৰোধত জ্বলি পকি উঠি চাকৰিৰ পৰা বাহিৰ কৰি দিলে, কাৰণ এন্ আছিল তেওঁৰ ভাগিনীয়েক। তাৰপিছত জন্ ডান্ গৈ শহুৰেকৰ ঘৰৰ অনতিদূৰতে এটা ঘৰ ভাড়া লৈ থাকিবলৈ ললে আৰু দুৱাৰৰ আইনাত এইদৰে লেখি থলেঃ

John Donne
Ann Donne
un done.

সেই লিখাখিনি হেনো ১৯১৭ চনলৈকে সেই ঘৰটোত অক্ষত অৱস্থাত আছিল।

সিযিকি নহওক, জনে নানা সংঘাত আৰু আৰ্থিক অনটনৰ মাজত দিন কটোৱাৰ পিছত ছাৰ জৰ্জে জীয়েক জোঁৱায়েকক ক্ষমা কৰি দিলে আৰু জীয়েকক আঠশ পাউণ্ড যৌতুক দিলে।

জন্ ডানৰ দিনত ইংলণ্ডৰ ৰজা আছিল প্ৰথম জেমছ, তেওঁ জনৰ কেথলিক বিৰোধিতাত সন্তুষ্ট হৈছিল, গতিকে তেওঁক ৰজাৰ গীৰ্জাত চাকৰি দিয়াৰ ইচ্ছা প্ৰকাশ কৰিছিল। জনৰ আপত্তি থাকিলেও শেষত সেই উদ্দেশ্যে গ্ৰীক আৰু হিব্ৰু অধ্যয়ন কৰিছিল। শেষত তেওঁক ৰজাৰ ধৰ্মযাজক হিচাপে নিযুক্তি দিয়া হ'ল। ইয়াৰ পিছত

তেওঁক লিংকন ইনৰ ধৰ্মীয় বক্তাও পতাও হ'ল। ১৬১৯ চনত ৰজাই তেওঁক লর্ড ডংকেষ্টাৰৰ লগতে কূটনৈতিক মিছন এটাৰ সদস্য কৰি জার্মানলৈও পঠাইছিল।

এইদৰেই জন্ ডান ৰজাৰ সুনজৰত এক গুৰুত্বপূর্ণ পদবী লাভ কৰিছিল। এনেকি তেওক এবাৰ ৰজাৰ ভোজমেল এখনলৈ নিমন্ত্ৰণ কৰি মহা সম্মানো দেখুৱা হৈছিল। তাত ৰজাই কৈছিল—'ডঃ ডান্, আপুনি মোৰ লগত নবহিলেও মই আপুনি ভাল পোৱা মাছ এডোখৰ নিজেই কাটি দিছোঁ। আৰু আপুনি যিহেতু লণ্ডন চহৰখন ভালপায়, সেয়ে আপোনাক ছেণ্ট্ পলছৰ ডান্ হিচাপে নিযুক্ত দিলো। ...'

ইয়াৰ পিছত জন্ ডান্ ডান হিচাপে ডানষ্টান্ ইন্ দ্য ওৱেষ্টৰো যাজক হ'ল। তাত কাম কৰা সময়ত তেওঁ দৰিদ্ৰ সকলৰ প্ৰতি যথেষ্ট দয়া প্ৰদৰ্শন কৰিছিল আৰু তেওৰ দক্ষিণাৰ দ্বাৰা তেওঁৰ বন্ধুবৰ্গও উপকৃত হৈছিল।

পিছে হিংসুকৰ দল পৃথিৱীৰ সকলোতে বিদ্যমান। ডানৰ এনে প্ৰতাপ প্ৰতিপত্তি দেখি (ৰজাই এনেকি বিভিন্ন গুৰুত্বপূর্ণ ছাৰমনৰ বাবেও জন ডানকহে নিমন্ত্ৰণ কৰিছিল) বহুতে ৰজাক তেওঁৰ বিৰুদ্ধে লগাবলৈ ধৰিলে। ডানে হেনো ৰজাৰ বিৰুদ্ধেও ছাৰমন দি ফুৰে ইত্যাদি ইত্যাদি। ৰজা প্ৰথমতে বিচলিত হৈ জন ডানৰ ওপৰত অসন্তুষ্ট হৈ উঠিলেও শেষত নিজৰ ভুল বুজিব পাৰি পুনৰ ডানক আঁকোৱালি লৈছিল।

জন ডান্ কেৱল এজন ডাঙৰ কবিয়েই নাছিল, তেওঁ আছিল এজন সুবক্তাও। গতিকে ধৰ্ম প্ৰচাৰক হিচাপে তেওঁ খুব জনপ্ৰিয় হৈছিল।

১৬৩১ চনত ইংলণ্ডৰ মেটাফিজিকেল কবি সকলৰ অগ্ৰগন্য জন্ ডানৰ জীয়েকৰ এছেক্সৰ ঘৰত বহুত দিন বেমাৰত ভোগাৰ পিছত মৃত্যু হৈছিল।

জনৰ কাব্যিক প্ৰতিভা ইমানেই উচ্চথাপৰ আছিল যে তেওঁক স্পেন্সাৰ আৰু ব্ৰাউনিঙৰ সমগোত্ৰীয় বুলি ধৰা হৈছিল। তেওঁৰ কবিতাক তিনিটা শ্ৰেণীত সুমুৱা হয় (১) প্ৰেম বিষয়ক (২) অধিবিদ্যা বিষয়ক (৩) ব্যঙ্গাত্মক।

শেষত তেওঁৰ আৰু এক বিখ্যাত ছনেটৰ পংক্তি উদ্ধৃতিৰে এই লিখনীৰ সামৰণী মাৰিম। এই কবিতাৰ Death Be Not Proud শব্দ কেইটাৰে নামকৰণ কৰিও দুখন বিখ্যাত গ্ৰন্থ ৰচনা কৰা হৈছে।

Death be not proud, though some have called thee.
Mighty and dreadfull, for thou art not so,
For, those, whom thou think'st, thou dost over throw,
Die not, poor death, nor get const thou kill me.

# অস্কাৰ ওৱাইল্ড আৰু তেওঁৰ 'ওৱাইল্ড' কাহিনী

অলপতে এখন কিতাপ পঢ়িলোঁ—য'ত পৃথিৱীৰ বিভিন্ন লেখকৰ জীৱনৰ নানা সৰুসুৰা আৰু মজাৰ ঘটনা বৰ্ণোৱা হৈছে।

আজিৰ আলোচনাত ওস্কাৰ ওৱাইল্ডৰ দুই এটা কাহিনীকে অন্তৰ্ভুক্ত কৰা যাওক। ১৮৫৬ চনত জন্মগ্ৰহণ কৰা আৰু ১৯০০ চনত মৃত্যুবৰণ কৰা বিচিত্ৰ জীৱনৰ গৰাকী এইজন ইংৰাজ লেখকক অক্সফৰ্ডৰ কিবা এটা পৰীক্ষা সংক্ৰান্তত নিউ টেষ্টামেণ্টৰ গ্ৰীক সংস্কৰণৰ পৰা এটা অংশ অনুবাদ কৰিবলৈ দিয়া হৈছিল। সেইখন কিতাপ সংশ্লিষ্ট বিষয়ৰ পাঠ্যপুথি আছিল। তেওঁক অনুবাদ কৰিব দিয়া অংশটো আছিল 'Story of Passion'ৰ পৰা উদ্ধৃত। অস্কাৰ ওৱাইল্ডে সেইটোৰ সুন্দৰ অনুবাদ কৰি দিয়াৰ পিছত পৰীক্ষকে তেওঁৰ ওপৰত সন্তুষ্ট হৈ যাবলৈ অনুমতি দিছিল। কিন্তু তেওঁ পৰীক্ষকৰ কথা নুশুনি অনুবাদ কৰি বহিয়ে থাকিল। পৰীক্ষকে আচৰিত হৈ তেওঁক আকৌ ক'লে যে ওৱাইল্ডৰ পৰীক্ষা লোৱা শেষ হ'ল, এতিয়া তেওঁ যাব পাৰে। তেতিয়া ওৱাইল্ডে কাতৰ অনুৰোধ জনাই ক'লে—'মোক এতিয়াই যাবলৈ নক'ব, মই গোটেই গল্পটো অনুবাদ কৰি শেষ কৰিব খোজোঁ—কাৰণ গল্পটোৰনো কিদৰে শেষ হয়, সেইটো মই জানিব খোজোঁ!'

১৮৮২ চনৰ ২ জানুৱাৰীৰ দিনা অস্কাৰ ওৱাইল্ডে ভাষণৰ এক কাৰ্যসূচী লৈ নিউইয়ৰ্কলৈ যাব লগা হৈছিল। ইতিমধ্যে তেওঁ নিজৰ লেখনীৰ যোগেদি বিশ্ববিখ্যাত হৈ পৰিছিল। গতিকে জাহাজত উঠাৰ পিছৰে পৰা সাংবাদিকসকল তেওঁৰ পিছত জোক লগাদি লাগিছিল। অৱশ্যে ওৱাইল্ডৰ চেহেৰাই তেওঁলোকক হতাশ কৰিছিল—এই চেহেৰাতো তেওঁলোকৰ ভাৱমূৰ্তিৰ শিল্পী-সাহিত্যিকৰ সংস্কৃতিবান চেহেৰা নহয়—এয়া দেখোন এজন খেলুৱৈৰ চেহেৰা। অৱশ্যে চুলিখিনি ঠিকেই দীঘল, পিন্ধিলেও ফাৰ ( Fur ) লগোৱা, কজলা বৰণৰ অভাৰকোট আৰু মূৰতো ছীলৰ ছালৰ টুপী—এক কথাত শিল্পীৰ সাজ-সজ্জা—তথাপি পূৰা শিল্পীৰ চেহেৰাতো নহয়। বিশাল দৈত্যৰ দৰে গা-গাৰি, হাতৰ মুঠি যেন পালোৱানৰহে বজ্ৰমুষ্টি! অস্কাৰ ওৱাইল্ডৰ তেনে চেহেৰাত সাংবাদিকসকলে কোনোপধ্যেই তেওঁক শৰীৰ সম্বন্ধীয় প্ৰশ্ন সোধাৰ পৰা নিজকে বিৰত ৰাখিবলৈ নোৱাৰিলে—সেই চেহেৰাই তেওঁলোকক যেন এনেধৰণৰ প্ৰশ্নবোৰ সুধিবলৈ হে প্ৰৰোচিত কৰিলে: আপুনি কেনে ধৰণে ভাজি কণী খায়, কি পিন্ধি শোৱে, গা ধোৱাৰ সময়ত পানীৰ উষ্ণতা কিমানখিনি বিচাৰে, হাতৰ নখৰ বাবে কেনে যত্ন লয়—ইত্যাদি ইত্যাদ।

স্বাভাৱিকতেই এনেবোৰ প্ৰশ্নই অস্কাৰ ওৱাইল্ডৰ দৰে প্ৰখৰ বুদ্ধিসম্পন্ন মানুহজনৰ

বিৰক্তি ওপজাইছিল, আৰু সেয়ে সেইবোৰৰ তেওঁ সংক্ষিপ্ত আৰু নীৰস উত্তৰ দিছিল। এনেহেন প্ৰতিভাবান আৰু বিতৰ্কিত মানুহজনৰ পৰা কিছু উদ্দীপ্ত কথা-বতৰা শুনিবলৈ নাপালেনো সাংবাদিকসকলে কাগজত তেওঁৰ বিষয়ে কি 'গৰম' কথা লেখিব সেয়ে তেওঁলোকে যাত্ৰীসকলকে প্ৰৰোচিত কৰিবলৈ ধৰিলে—তেওঁলোকেও যাতে ওৱাইল্ডক ইটো সিটো প্ৰশ্নৰে ব্যতিব্যস্ত কৰি তোলে। জাহাজৰ যাত্ৰীসকলেও সাংবাদিকৰ টোপ গিলি অস্কাৰ ওৱাইল্ডক এনেধৰণে উত্যক্ত কৰিলে যে ফলত তেওঁ বিৰক্ত হৈ এনেবোৰ মন্তব্য দিলে : তেওঁৰ এই নিউইয়ৰ্কলৈ সাগৰ ভ্ৰমণটো সঁচাকৈয়ে অতি নিৰুত্তাপ হৈছে, একেবাৰে এটা নিৰ্বোধৰ ভ্ৰমণ—তেওঁ ভাল পালেহেঁতেন যদিহে প্ৰকাণ্ড এটা ধুমুহা আহিলহেঁতেন আৰু জাহাজৰ ব্ৰীজৰ ওপৰত ঢৌবোৰে তাণ্ডৱ নৃত্য কৰিলে হেঁতেন—কিন্তু এই নীৰস ভ্ৰমণটোত দেখা গৈছে গৰ্জন মুখৰ সমুদ্ৰয়ো গৰ্জন কৰা নাই!

ওৱাইল্ডক এনেদৰে প্ৰৰোচিত কৰি সাংবাদিকসকলে লেখা ৰিপ'ৰ্টবোৰ হেনো আমেৰিকাৰ সাধাৰণ পাঠকৰ বাবে খুব মুখৰোচক হৈছিল। এই মহান সাহিত্যিক-জনৰ সাহিত্য-কলা সম্পৰ্কে কি বক্তব্য সেইবোৰৰ প্ৰতি এনে পাঠকৰ কোনো আগ্ৰহ নাছিল। তেওঁলোকে কেৱল বাতৰি কাকতত পৰিবেশন কৰা অস্কাৰ ওৱাইল্ডক 'আটলাণ্টিক মহাসাগৰে হতাশ কৰিলে'—(সাংবাদিকৰ নিজস্ব ৰহণ সনা কথা) তেওঁ এক বিশেষ নিয়মেৰে কণী ভাজি খায় ইত্যাদি অতিৰঞ্জিত বাতৰিবোৰ তহে খুব আমোদ পাইছিল।

নিউইয়ৰ্কলৈ যোৱা এই 'নিৰ্বোধ' কথা-বতৰাৰ ভ্ৰমণটোৱে বোধহয় ওৱাইল্ডক উত্যক্ত কৰি তুলিছিল, সেই বাবেই হয়তো জাহাজৰ পৰা নামি মাটিত ভৰি দিয়াত শুল্ক বিভাগৰ মানুহে যেতিয়া তেওঁক সুধিছিল—'আপোনাৰ কিবা বয়বস্তুৰ কথা আমাক ঘোষণা কৰিব লগীয়া আছে নেকি?' তেতিয়া বুদ্ধিদীপ্ত কথা-বতৰাত সিদ্ধহস্ত ওৱাইল্ডে অলপ ভাবি থমকি বৈ কৈছিল—'নাই, একমাত্ৰ মোৰ প্ৰতিভাখিনিৰ বাহিৰে আন একোৱে মোৰ ঘোষণা কৰিবলৈ নাই।'

অস্কাৰ ওয়াইল্ডৰ সকলো কথাৰে উত্তৰ কেনেকৈ জিভাৰ আগতে থাকে তাৰ এটা কাহিনী হ'ল এনেধৰণৰ :

টেনিছনৰ মৃত্যুৰ পিছত ইংলণ্ডৰ 'পয়েট লৰেট্' হিচাপে তেওঁৰনো কোন উত্তৰাধিকাৰী হ'ব সেই বিষয়ে বিদ্বৎ সমাজত জল্পনা কল্পনা চলিছিল যদিও তেওঁলোকে কোনেও লুই মৰিছৰ নামটো মুখত অনা নাছিল। সেই কথাত ক্ষুণ্ন হৈ মৰিছে অস্কাৰ ওৱাইল্ডক কৈছিল—'বুজিছা ওৱাইল্ড, ই মোৰ বিৰুদ্ধে তেওঁলোকৰ সম্পূৰ্ণ নীৰৱতাৰ এটা ষড়যন্ত্ৰ, এৰা নীৰৱতাৰ ষড়যন্ত্ৰ! মই এতিয়া কি কৰিব লাগে কোৱাচোন?

'কি আৰু কৰিব, তেওঁলোকৰ লগত সেই ষড়যন্ত্ৰত যোগ দিয়ক !'

*   *   *   *   *

বাৰ্ণাৰ্ড শ্বৰ নাটকবোৰৰ বুদ্ধিদীপ্ত ৰসাল বচন ইত্যাদিৰ কাৰণে তেওঁক অস্কাৰ ওৱাইল্ডৰ নাটকৰ প্ৰকৃত উত্তৰসূৰী বুলি কোৱা হয়। এবাৰ এই দুই অসাধাৰণ ব্যক্তিত্বৰ এজন উমৈহতীয়া বন্ধুৰ ঘৰত দেখাদেখি হৈছিল। বাৰ্ণাৰ্ড শ্বই তেতিয়া তেওঁ উলিয়াব খোজা পত্ৰিকা এখনৰ বিষয়ে পৰম উৎসাহেৰে বিভিন্ন পৰিকল্পনা আৰু আঁচনিৰ কথা অনৰ্গল কৈ গৈছিল, অস্কাৰ ওৱাইল্ডেও যে নীৰৱে তেওঁৰ কথা শুনি গৈছিল সেই কথাত উৎসাহিত হোৱা শ্বৰ বাক্যস্ৰোত বন্ধ হ'বই খোজা নাছিল। তাৰ মাজতে ওৱাইল্ডে এবাৰ সুৰুঙা উলিয়াই ক'লে—'আপোনাৰ কথাবোৰ শুনি বেছ ভাল লাগিছে। কিন্তু আপুনি আটাইতকৈ গুৰুত্বপূৰ্ণ, এৰা, আটাইতকৈ গুৰুত্বপূৰ্ণ বিষয়টোহে এৰাই গৈছে। আলোচনীখনৰ কি নাম হ'ব নক'লে দেখোন !'

'অ' সেইটো কথা ! মই কি কৰিম জানে, এই আলোচনীখনৰ যাৰা মই পাঠক সমাজৰ ওপৰত মোৰ ব্যক্তিত্বৰ প্ৰভাৱ পেলাম, সেয়ে এইখনৰ নাম দিম 'শ্ব'জ মেগাজিন: শ্ব ! শ্ব ! শ্ব !'। অস্কাৰ ওৱাইল্ডে এইবাৰ লাহেকৈ সুধিলে—'অ' হয় নেকি ? পিছে এই 'শ্ব'টোত আপুনি কি বানান ব্যৱহাৰ কৰিব ?'

বাৰ্ণাৰ্ড শ্বৰ 'শ্ব'টো ইংৰাজীত Shaw বুলি লেখা হয়,' আনহাতে 'Saw' বানানৰ শব্দটোৰ অৰ্থ হ'ল কৰত।

ওৱাইল্ডৰ প্ৰশ্নত বাৰ্ণাৰ্ড শ্বই গিৰ্জনি মাৰি হাঁহিছিল।

*   *   *   *

অস্কাৰ ওৱাইল্ডে জীৱনৰ প্ৰায় শেষ বয়সত সমকামিতাৰ বাবে জেল খাটিব লগা হৈছিল। আজি সমকামিতা এটা সাধাৰণ গ্ৰহণযোগ্য কথা হৈ পৰিছে যদিও মাত্ৰ এশ বছৰমান আগতে 'হেপি প্ৰিন্স' আদিৰ দৰে গল্প লেখক এই বিৰাট প্ৰতিভাৰাৰ মানুহজন এই সমকামিতাৰে অভিযোগত জেললৈ যাব লগা হৈছিল !

সি যি কি নহওক, জেলত বাস কৰা কালছোৱাতো তেওঁ ফুৰ্তি তামাছা কৰিয়েই কটাইছিল আৰু সময়ে সময়ে তেওঁৰ তীক্ষ্ণ ৰসবোধৰ পৰিচয় দি থাকিছিল। পিছত তেওঁ জেল জীৱনৰ অভিজ্ঞতাৰ বৰ্ণনা কৰোঁতে এজন ওৱাৰ্ডেনৰ কথা কৈ খুব আমোদ পাইছিল। এই ওৱাৰ্ডেনজনে কিছু কিতাপপত্ৰ পঢ়িছিল বাবে অস্কাৰ ওৱাইল্ডৰ লগত সুবিধা পালেই হেনো সাহিত্য চৰ্চা কৰিছিল। এবাৰ তেওঁ জন ষ্ট্ৰেঞ্জ উইণ্টাৰ নামৰ সাহিত্যিক এজনৰ বিষয়ে আলোচনা কৰি তেওঁৰ সম্পৰ্কে ওৱাইল্ডৰ মতামত সুধিছিল। ওৱাৰ্ডেন জনে উইণ্টাৰক 'she' নহয় 'he' বুলি উল্লেখ কৰি থকা দেখি ওৱাইল্ডে সুধিছিল—'But do you know that your Mr. Winter is a lady ?' ওৱাইল্ডৰ এই ঠুহালী ভৰা প্ৰশ্নত ওৱাৰ্ডেনজনে অতি নম্ৰভাৱে উত্তৰ দিছিল—'Thank you Sir, I did not know he was a lady Sir !'

# প্ৰেমৰ পৰাকাষ্ঠা আৰু তাৰপিছত

লেখকসকলৰ নামা ধৰণৰ বলিয়ালীৰ কথা শুনা যায়, সেইবাবে কোৱা হয় যে প্ৰতিভা আৰু বলিয়ালী যেন একেটা টকাৰে ইপিঠি সিপিঠি।

আজি তেনে এক বলিয়ালীৰ নিদৰ্শন দেখুৱা অমৰ কবি আৰু চিত্ৰকৰ ডাণ্টে গেব্ৰিয়েল ৰছেটিৰ বিষয়ে লেখিবলৈ ওলাইছোঁ। এওঁ আছিল ইটালীৰ লোক। প্ৰি-ৰাফায়েল নামেৰে খ্যাত পৃথিৱী বিখ্যাত সাতজন শিল্পীৰ ভিতৰত এই ৰছেটিও আছিল অন্যতম।

কবিতা লেখা আৰু ছবি অঁকা দুয়োবিধৰে চৰ্চা কৰা ডাণ্টে ৰছেটিয়ে তেতিয়াৰ অন্যান্য শিল্পীৰ দৰেই ঘৰৰ মানুহকে মডেল কৰি ছবি আঁকিছিল। ফলত তেওঁৰ মাক আৰু ভনীয়েকইতো তেওঁৰ তেনে মডেল হ'ব লগা হৈছিল। ইয়াতে উল্লেখযোগ্য যে ৰছেটিৰ এজনী ভনীয়েক ক্ৰিষ্টিনা ৰছেটিও এগৰাকী বিখ্যাত কবি আছিল। সেই ক্ৰিষ্টিনাও ৰছেটিৰ মডেল হ'ব লগাত পৰিছিল।

পিছে এসময়ত একে মডেলৰ লগত কাম কৰি ৰছেটিৰো আমনি লগা হ'ল আৰু ঘৰৰ মানুহবোৰবো দিনৰ পিছত দিনা নানা ভংগীমাত ৰছেটিৰ আগত প'জ দি মডেল হৈ একে ধৰণেই আমনি লগা হ'ল। ততুপৰি ৰছেটিয়ে দেখিলে যে শ্যেকছপীয়াৰৰ নাটকবোৰৰ চৰিত্ৰবোৰ আঁকিবলৈ গৈ তেওঁ ঘৰৰ মডেলক লৈ বেছি আহুকালত পৰে — সেই বিশ্ববিখ্যাত নাট্যকাৰজনৰ কেইজনীমান মহিলা চৰিত্ৰৰ বাবে তেওঁৰ আত্মীয়াসকল যেন একেবাৰে খাপ খোৱা বিধৰ নহয়।

গতিকে এদিন ৰছেটি উপযুক্ত মডেলৰ সন্ধানত ঘৰৰ বাহিৰ ওলাল। শ্যেকছপীয়াৰৰ 'টুৱেলফথত নাইট' (দ্বাদশ ৰজনী) নামৰ নাটকৰ ভায়োলাৰ চৰিত্ৰটোৰ বাবে তেওঁক এজনী মডেল লাগে।

কিছুদিন এনে সন্ধানৰ পিছত ডাণ্টে গেব্ৰিয়েল ৰছেটিয়ে কাপোৰৰ দোকান এখনত কাপোৰ বেচি থকা এজনী ছোৱালী দেখা পালে। লগে লগে তেওঁ মুগ্ধ হৈ চাই ৰ'ল— কি অপৰূপ সৌন্দৰ্য সনা আছে এই ছোৱালীজনীৰ মুখত। শ্যেকছপীয়েৰৰ ভায়োলাক এই ছোৱালীজনীতকৈ আন কোনেই বা অধিক উপযুক্তভাৱে ৰূপদান কৰিব পাৰিব। সঁচা'য়ে সাধাৰণ চাকৰি কৰি জীৱন নিৰ্বাহ কৰা ছোৱালীজনীৰ কি অসাধাৰণ ৰূপ।

এই ছেলছ গাৰ্লজনীৰ নাম আছিল এলিজাবেথ এলিনোৰ ছিড্ডাল। পিছে ৰছেটিৰ আন এজন বন্ধুৱে এই সুন্দৰী আৰু প্ৰতিভাময়ী ছোৱালীজনীক আগতেই মডেল কৰি লৈ ছবি আঁকিছিল। সি যি কি নহওক—লিজা অৰ্থাৎ এলিজাবেথ

ৰছেটিৰো মডেল হ'ল। ৰছেটিয়ে তেওঁক শ্যেকছপীয়েৰৰ 'মাচ্চ এড' এবাউট নাথিং' (অসমীয়া অনুবাদকে যাৰ অনুবাদ কৰিছে 'বহ্বাৰম্ভে লঘু ক্রিয়া' বুলি) নাটকৰ বিয়েট্রিছৰ ৰূপত অংকন কৰিলে। ভায়োলাৰ ৰূপত তেওঁক অংকন কৰিছে প্রিৰাফেলাইটৰ আন এজন শিল্পী মিলেছে। ইমানদিনে মিলেছেও নিজৰ ভনীয়েককে মডেল কৰি ছবি আঁকিছিল, গতিকে এতিয়া তেওঁ এলিজাবেথৰ দৰে সুন্দৰী আৰু প্রতিভা-শালিনী লগতে অতি বাধ্য-ছোৱালী এজনীক মডেল হিচাপে পাই অতি উৎসাহিত হৈ উঠিছিল। শেষত তেওঁ লিজাক হেমলেটৰ অফলিয়াৰো মডেল কৰি ল'লে আৰু অফেলিয়াৰ পানীত ডুবি মৰা দৃশ্যটোৰ ছবি আঁকিবলৈ ধৰিলে। তেনে অৱস্থাৰ ছবি আঁকিবৰ বাবে মিলেছে প্রকাণ্ড এটা বাথ টাবত পানী ভৰাই তাত এলিজাবেথক ডুবাই ছবিখন আঁকি গৈছিল। কিন্তু নিজৰ অংকনত শিল্পী ইমানেই মগ্ন হৈ আছিল যে ঘটাৰ পিছত ঘণ্টা যে ছোৱালীজনী বৰফ চেঁচা পানীত ডুবি আছিল তাৰ খবৰেই নাছিল। সেইজনীয়েই আছিল এলিজাবেথ এলিনো'ৰ ছিড্ডাল, শান্ত, বাধ্য, নম্র—অথচ পৰমা সুন্দৰী।

ডন্টে ৰছেটিয়েও আন বন্ধুৰ দৰে লিজাক মডেল কৰি ছবি আঁকিছিল, কিন্তু তেওঁ ক্রমাৎ লিজাৰ প্রেমত ডুবি গৈ আছিল; গতিকে ছোৱালীজনী তেওঁৰ কেৱল মডেলেই হৈ নাথাকি প্রেমিকাও হৈ পৰিল। কিন্তু ৰছেটিয়ে তেওঁক সহজে বিয়া কৰাবলৈ ৰাজী হোৱা নাছিল। তেওঁ আছিল এক বোহেমিয়ান শিল্পী, জীৱনৰ কোনো শৃংখলা নাই, বাধা বন্ধনহীন উদ্দাম জীৱন কটোৱা এক অসাধাৰণ মানুহ। লিজাৰ লগত তেওঁৰ সম্পর্ক স্থাপিত হৈছিল ১৮৬০ চনত কিন্তু কেবা বছৰ জুৰি বিয়াৰ কথা মনলৈ নানিলেই, প্রতিবাদ কৰিব নজনা শান্ত ছোৱালীজনী যেন তেওঁৰ ক্রীড়ণকতহে পৰিণত হ'ল। ইতিমধ্যে মডেলৰ বৃত্তি গ্রহণ কৰি তেওঁ কাপোৰৰ দোকানৰ চাকৰিও এৰিছিল, এতিয়া ৰছেটিৰ মর্জি মতে দুয়ো মিলি অদ্ভুত ধৰণৰ ঠেকহীন জীৱন এটা কটাই দিন যাপন কৰিবলৈ ধৰিলে—ঠিক যেন ৰবীন্দ্রনাথৰ 'শেষেৰ কবিতা'ৰ এই ফাঁকি কবিতাৰ নায়ক-নায়িকা :

'পথ বেঁধে দিলো বন্ধনহীন গ্রন্থী আমরা দুজন চল্‌তি হাওয়ার পন্থী'—

অৱশ্যে এই উচ্ছৃংখল আৰু আধাবলীয়া স্বভাৱৰ ৰছেটিৰ সম্পর্কে এটা কথা ক'বই লাগিব, তেওঁ আছিল এক অসাধাৰণ কবি আৰু চিত্রকৰ। এতিয়া এলিজাবেথৰ প্রেমে তেওঁক এনেকৈ উদ্বুদ্ধ কৰিলে যে প্রেয়সীক লৈ তেওঁ বহুত কবিতা আৰু বহুত ছবি আঁকিবলৈ ধৰিলে। এই সময়তে লেখা ৰছেটিৰ দ্য ব্লেছেড্ ডেমোজেল (The Blessed Damozel) আজিও অমৰ হৈ আছে। এই কবিতাটোৰ সৰগৰ ছোৱালী-

জনীয়ে যেন সোণালী শলখাৰ মাজেৰে ( সূৰ্য্যৰ সোণালী ৰশ্মি ) তলৰ মৰ্ত্ত্যলৈ আকুল-ভাৱে চাই আছে : কবিতাটোৰ প্ৰথম শাৰি :

The Blessed Domozel leaned from The golden bars of heaven...

সি যি কি নহওক, এনেকৈয়ে বহুবৰোৰ বাগৰি গৈ আছিল। ইফালে মিলেছৰ অফেলিয়া'ৰ মডেল হৈ দিনৰ পিছত দিন বৰফ চেঁচা পানীত ডুবি থাকি এলিজাবেথৰ বুকুত এক ভয়ংকৰ ৰোগৰ বীজাণুৱে বাঁহ লৈছিল। কিন্তু সেই কথালৈ গ্ৰাহ্য নকৰি ৰছেটিয়ে টেমছ নদীৰ পাৰৰ এটা অতি জেকা ঘৰ ভাড়া লৈ এলিজাবেথৰ লগত বাস কৰিছিল—যি অৱস্থাই ছোৱালীজনীৰ বেমাৰটো আৰু বঢ়াই তুলিছিল। শেষত দহ বছৰমান এনেকৈ বিয়া নকৰাই এলিজাবেথক সংগিনী কৰি ৰখা কথাটো ৰছেটিৰ বন্ধুবোৰৰো অসহ্য হৈছিল আৰু সকলোৰে হেঁচাত বাধ্য হৈ তেওঁ এলিজাবেথক বিয়া কৰাই ছিল। ১৮৫০ চনত তেওঁ এই ভাবী পত্নীক লগ পাইছিল আৰু ১৮৬০ চনত তেওঁক বিয়া কৰাইছিল। ইয়াৰ পিছত লিজাই মৃত সন্তান এটা প্ৰসৱ কৰি প্ৰায় শয্যাশায়ীয়ে হৈ পৰিছিল।

পিছে ৰছেটিৰ তাৰ বাবে যেন কোনো দুশ্চিন্তা নাছিল। ইতিমধ্যে তেওঁ ফনী নামৰ স্বাস্থ্যৱতী ছোৱালী এজনীক মডেল বাছি লৈছিল। তেওঁৰ ঘনিষ্ঠ মহলত ফেনী আৰু ৰছেটিৰ সম্পৰ্কক লৈ নানা বু-বাও চলিছিল, তেওঁলোকে এনেকি আন এক প্ৰিৰাফেলাইট চিত্ৰকৰ আৰু কবি উইলিয়াম মৰিছৰ সুন্দৰী পত্নীৰ লগতো গেব্ৰিয়েল ৰছেটিৰ অবৈধ প্ৰণয় থকা বুলি সন্দেহ কৰিছিল।

এই সময়ছোৱাত বিখ্যাত প্ৰিৰাফেলাইট ব্ৰাদাৰহুদ ভাঙি গৈছিল আৰু এওঁলোকক লৈ ৰছেটিৰ ভনীয়েক ক্ৰিষ্টিনাই নানা ব্যংগৰ কবিতা লেখিছিল। সিযিকি নহওক, ৰছেটিয়ে এই দলটোৰ পৰা আঁতৰি আহি অক্সফোৰ্ড বিশ্ববিদ্যালয়ৰ দেৱালত ছবি অঁকা কাম আৰম্ভ কৰিছিল।

তাৰপিছত আহি পৰিছিল ১৮৬২ চনৰ সেই কুখ্যাত দিনটো যিদিনা এলিজাবেথৰ দৰে ধৰিত্ৰীৰ লগত তুলনীয় সহ্য শক্তি অধিকাৰিণীয়েও বোধহয় জীৱনৰ বঞ্চনা, ৰোগ, দুখ-দুৰ্ভাগ্যক আৰু সহ্য কৰিব নোৱৰা হৈছিল। ৰাতি তেতিয়াও গভীৰ হোৱা নাছিল। পত্নীৰ অসুস্থতাৰ বাবে পত্নীক লৈ এটা পাৰ্টিৰ পৰা কিছু সোনকালে উভতি আহিবলগীয়া হোৱা ৰছেটিয়ে লিজাক ঘৰত থৈ অকলেই খোজকাঢ়িবলৈ ওলাই গছিল। উভতি আহি তেওঁ বিছানাত পত্নীৰ প্ৰাণহীন দেহাটো দেখা পালে, ওচৰত লডেনামৰ খালী বটল এটা। কেৱল সেয়েই নহয়, এলিজাবেথে কাগজ এখনত এই কথা কেইটাও লেখি থৈ গৈছিল : 'মোৰ জীৱনটো ইমানেই অভিশপ্ত যে মই আৰু ইয়াৰ বোজা বব নোৱাৰা হলোঁ।

ডাণ্টে গেব্রিয়েল বছেটি শোকত যেন পাগলৰ দৰে হৈ গৈছিল। সেই আবেগৰ মুহূৰ্তত তেওঁৰ তেতিয়াও অপ্ৰকাশিত কবিতাৰ পাণ্ডুলিপিটো লিজাৰ কবৰৰ লগতে একেলগে. হাইগেট কবৰখানাত পুতি থ'লে। প্ৰেমৰ এনে পৰকাষ্ঠা বোধহয় খুব কমেই দেখুৱাইছে। সেই সংকলনটোতে তেওঁৰ বিখ্যাত কবিতা ব্লেছেড ডেমোজেলো আছিল। বেচেৰি ব্লেছেড ডেমোজেলৰূপী লিজা, জীৱনত আচল অৰ্থত কিন্তু অকণো ব্লেছেড নাছিল—অকালতে স্বৰ্গলৈ যোৱাটোৱেই বোধহয় তেওঁৰ বাবে ব্লেছিং অৰ্থাৎ আশীৰ্বাদ হৈছিল।

ইয়াৰ পিছত সাত বছৰ অতিক্ৰম হৈছিল। ইতিমধ্যে বছেটিৰ বন্ধুসকলে সাহিত্যিক হিচাপে প্ৰতিষ্ঠা লাভ কৰিলে আৰু তাকে দেখি বছেটিয়ে মনৰ ভিতৰত ছটফটাবলৈ ধৰিলে—ইস্, তেওঁৰ ইমান ভাল কবিতাৰ সংকলনখন যে তেওঁ সমাধিস্থ কৰি পেলালে। শেষত তেওঁ আৰু সহ্য কৰিব নোৱৰা হ'ল, বহুত চেষ্টা চৰিত্ৰ কৰি ইংলণ্ডৰ গৃহসচিবৰ অনুমতি আদায় কৰি কবিতাৰ পাণ্ডুলিপিটো কবৰৰপৰা খান্দি বাহিৰ কৰিলে আৰু কেৱল প'য়েমছ (Poems) নাম দি সংকলনটো ছপাই উলিয়ালে। বছেটিৰ আনন্দত পাৰ নোহোৱা হ'ল যেতিয়া তেওঁ দেখিলে যে অনতিপলমে সেই সংকলনটোৰ ছয়টা সাতটা সংস্কৰণে প্ৰকাশৰ মুখ দেখিলে।

# জ্যৰ্জ চাঁদ

'......the burden and complexity of womanhood were not enough ; She must reach beyond the sanctuary and pluck for herself the strange bright fruits of art and knowledge......'Virginia woolfe.

১৮০৪ চনত জন্ম হোৱা জ্যৰ্জ চাঁদক যদি পৃথিৱীৰ প্ৰথম মহিলা ফেমিনিষ্ট সকলৰ এগৰাকী বুলি অভিহিত কৰোঁ, তেতিয়া বোধহয় খুব ভুল কথা কোৱা নহ'ব। অৱশ্যে সমাজৰ সকলো প্ৰচলিত ধ্যান-ধাৰণাৰ বিৰুদ্ধে গৈ 'উচ্ছৃংখল' জীৱন যাপন কৰা এই গৰাকী মহিলা কিন্তু তেওঁৰ ছদ্মনাম 'জৰ্জ চঁ' টোৰেই বিশ্ববিখ্যাত। তেওঁৰ কিতাপবোৰো সেই নামেৰেই লেখিছিল।

ফ্ৰান্সৰ জীয়ৰী জ্যৰ্জ আছিল এক অভিজাত ঘৰৰ ছোৱালী। সৰুতে তেওঁৰ দেউতাকৰ মৃত্যু হোৱা বাবে আইতাকে ভাবিলে যে পৰিয়ালৰ অভিজাত চাল-চলন অনভিজ্ঞ মাকৰ পৰা ছোৱালীজনীয়ে নিশিকিবও পাৰে, গতিকে তেওঁক নিজৰ ওচৰত ৰাখিয়ে সম্ভ্ৰান্ত মহিলা হিচাপে ডাঙৰ দীঘল কৰা উচিত হ'ব। সেই বিবেচনাৰেই আইতাকে নাতিনীক নিজৰ ঘৰলৈ আনি শিক্ষাৰম্ভ কৰিলে।

পিছে তেওঁ সিদিনা কল্পনাও কৰিব পৰা নাছিল যে আচলতে সেই কাৰ্যৰ দ্বাৰা তেওঁ নিজৰ ঘৰতে এক 'বিষবৃক্ষ'হে ৰোপণ কৰিলে। জ্যৰ্জক সৃষ্টিকৰ্তাই ল'ৰা হিচাপে জন্ম দিবলৈ গৈয়ো যেন ভুলতেহে ছোৱালী কৰি জন্ম দিলে। তেওঁক প্ৰথম চমক খুৱালে ল'ৰাৰ দৰে দুই ভৰি ফাঁক কৰি ঘোঁৰাত উঠি। ছোৱালীয়ে তেনেকৈ ঘোৰাত উঠাটো সমাজৰ নিয়মত অত্যন্ত অশালীন কথা, এনেকি আজি কোপতি ইংলেণ্ডৰ মহাৰাণীয়ে আমাৰ মহিলাই দুই ভৰি এফালে ৰাখি আৰোহী হিচাপে যেনেকৈ স্কুটাৰ বা মটৰ চাইকেলত উঠে তেনেকৈহে ঘোঁৰাত উঠে। কিন্তু জৰ্জ চঁক বাধা দিয়ে কোনে ? এই ভূ-ভাৰতত তেওঁৰ স্বাধীনতাত হাত দিবলৈ কাৰো জন্ম হোৱা নাছিল।

শেষত আইতাকে এই দুৰ্বিনীত ছোৱালীজনীক কোনোপধ্যেই শাসন কৰিব নোৱাৰি তেৰ বছৰ বয়সত কনভেণ্টলৈ পঠিয়াই দিলে। কনভেণ্টৰ কঠোৰ নিয়মৰ মাজত থাকি পঢ়া-শুনা কৰিলেও জ্যৰ্জ কিন্তু 'সংশোধিত' নহ'ল। ওঠৰ বছৰ বয়স হোৱাত তেওঁক এজন বেৰণৰ লগত বিয়া দিয়া হ'ল। দুবছৰ পিছত জ্যৰ্জ এক সন্তানৰো মাক হ'ল, কিন্তু তথাপিও তেওঁৰ দুৰন্ত চিত্ত শান্ত নহ'ল। স্বভাৱৰ

পৰিৱৰ্তন নহ'ল। ড্যুপাঁ যেন সেই ৰবীন্দ্ৰনাথ বৰ্ণিত উৰ্বশীৰ দৰেই 'নহ মাতা, নহ কন্যা, নহ বধূ'ৰ মানসিকতাৰে গঢ়া ( সৌন্দৰ্যও উৰ্বশীৰ লগত তুলনীয় ), যাক সন্তানৰ জন্মও ভৱিত শৃংখল লগাব পৰা নাছিল।

ইয়াৰ পিছতেই ড্যুপাঁ প্ৰেমত পৰিল জুল ছঁদো নামৰ লেখক এজনৰ। অৱশ্যে ফ্ৰান্সৰ তেতিয়াৰ অভিজাত সমাজত বিবাহিতা মহিলাই এবাৰ এটা পুত্ৰ সন্তানৰ মাক হ'ব পাৰিলে পৰপুৰুষৰ লগত প্ৰেম কৰাটো সমাজবিগৰ্হিত কাম নাছিল। গতিকে ড্যুপাঁ তেওঁৰ অইন ন ন পুৰুষালী চাল-চলনৰ বাবে ধিকৃত হ'লেও এই স্বিশ্চাৰিণী কাৰ্যত হ'লে কোনো বাধা নাপালে। কিন্তু তেওঁ যেতিয়া পুৰুষৰ দৰে ঘোঁৰাত উঠি, সকলোৰে আগত চিগাৰেট খাই যেতিয়াই তেতিয়াই য'তে ত'তে অবাধ বিচৰণ কৰিব ধৰিলে, তেতিয়া তেওঁৰ সেই কাণ্ড-কাৰখানা এনেকি প্ৰেমিক জুল ছঁদৰো অসহ্য হৈ আহিবলৈ ধৰিলে, তেৱেঁা ড্যুপাঁৰ স্বামীৰ দৰে তেওঁক শাসন কৰাৰ চেষ্টা কৰিলে। পিছে 'ৰাজাকো কাকা' নোবোলা এই ছোৱালীজনীয়ে কাৰ ওচৰত নতি স্বীকাৰ কৰিব? শেষত জুল্ ছঁদে হাৰ মানি এই 'বন্য' স্বভাৱৰ প্ৰেমিকাক ত্যাগ কৰি গুচি গৈছিল।

জুল ছঁদৰ লগত এনেকৈ সম্পৰ্ক ছিন্ন হ'লেও এটা ঘটনাই কিন্তু এই লেখকজনৰ লগত তেওঁক অনন্ত পথৰ সংগী কৰি ৰাখিলে। ড্যুপাঁৰ প্ৰথম উপন্যাসখন প্ৰকাশ হৈছিল ১৮৩১ চনত। জুল ছঁদোৰ উৎসাহতে সেই কামটো সম্ভৱ হৈছিল দুয়ো একেলগে লগ লাগি 'ৰোজ এ ব্লঁশ' নামৰ সেই উপন্যাসখন প্ৰকাশ কৰিছিল। তেতিয়াই তেওঁৰ লেখিকা হিচাপে সেই ছদ্মনামটো লৈছিল—'জৰ্জ ছঁ।"

জুল্ ছঁইতো পৰাস্ত মানি ড্যুপাঁক এৰি থৈ গুচিয়ে গ'ল, কিন্তু বেচেৰা বেৰণ স্বামীয়ে আৰু কি কৰে? তেওঁ দ্বিতীয়বাৰ ঘৈণীয়েকক মাতৃ হ'বলৈ বাধ্য কৰি শাসনৰ প্ৰচেষ্টা অব্যাহত ৰাখিলে। কিন্তু জৰ্জ ছঁৰ দৰে মহিলাক শাসন কৰিব পৰা কোনো পুৰুষৰ বোধহয় কেতিয়াও এই পৃথিৱীত জন্ম হোৱা নাছিল বা নহ'বও। তেওঁ তাৰ পিছত ফ্ৰান্সৰ এক ৰোমাণ্টিক তৰুণ লেখক আৰু শিল্পী দলৰ লগত মিলিত হ'ল— যি দলৰ বোহেমিয়ান যথেচ্ছাচাৰৰ তেতিয়া ক'তো নজিৰ নাছিল বুলিয়েই ক'ব পাৰি। কোৱা বাহুল্য যে, এই দলটোৰ একমাত্ৰ মহিলা সদস্যা আছিল ড্যুপাঁ, কেৱল সেয়ে নহয়, কোনো কালে নাভূত-নাশ্ৰুত কথাটো এয়ে হ'ল যে এগৰাকী অত্যন্ত সুন্দৰী অভিজাত মহিলা—এগৰাকী বেৰনেছৰ দৰে মহিলা এনে এটা দলত সোমাল। ফলত ইমান বেছি সমাজ বিৰোধী কাম কৰাৰ বাবে অভিজাত মহলত ইয়াৰ পিছত তেওঁ একপ্ৰকাৰ পৰিত্যক্তই হ'ল। কিন্তু সেই অসাধাৰণ মহিলাই জীৱনত কাকো

কোনোদিন পৰোৱা কৰি পোৱা নাছিল ফলত তেওঁৰ উদ্দাম গতি অলপো প্ৰতিহত নহ'ল, সমাজক বৃদ্ধাংগুষ্ঠ প্ৰদৰ্শন কৰি বন্ধাহীন জীৱনেই যাপন কৰি থাকিল।

ইতিমধ্যে তেওঁৰ আৰু দুখন উপন্যাস প্ৰকাশ হৈছিল, এখনৰ নাম আছিল 'ইণ্ডিয়ানা' আৰু আনখনৰ নাম আছিল 'ভালন্তিন'।

পিছে সাহিত্যচৰ্চাৰ লগে লগে জৰ্জ ছঁই প্ৰেমচৰ্চাও বাদ দিয়া নাছিল। এইবাৰ তেওঁ সেই ৰোমাণ্টিক তৰুণ দলটোৰ কবিসকলৰ মধ্যমণি দ্য ম্যুছেৰ লগত প্ৰেমত নিমজ্জমান হ'ল। কিন্তু তেতিয়াৰ দিনৰ বহুতো কবি যক্ষ্মা ৰোগত (তেতিয়া নিৰাময় নাছিল) আক্ৰান্ত হোৱাৰ দৰে দ্য ম্যুছেও সেই ৰোগত আক্ৰান্ত হৈছিল। ছ্যাণ্ডাই সেই অসুস্থ প্ৰেমিকক লৈ ইটালীলৈ পলাই গৈছিল। তেতিয়া সময়টো আছিল ১৮৩৩ চন। সেই সময়ত যক্ষ্মাত আক্ৰান্ত হ'লে য়ুৰোপৰ ঠাণ্ডা দেশবোৰৰ পৰা অপেক্ষাকৃত গৰম ঠাইলৈ যোৱাটো চিকিৎসাৰ অন্য এটা অংগ যেনেই আছিল। কোনে জানে একে যক্ষ্মাত আক্ৰান্ত হৈ মাত্ৰ সাতাইশ বছৰ বয়সতে মৃত্যুবৰণ কৰা ইংৰাজ কবি কীটছে হয়তো সেইবাবেই এনে আকুলতাৰে Ode to Nightingale কবিতাত লেখিছিল—'O for a beaker full of the warm south/Full of the true, the blushful Hippocrene .....

সি যি কি নহওক, প্ৰেমিকক চিকিৎসা কৰাৰ মানসেৰে জৰ্জ ছঁই (সাহিত্য-সংস্কৃতিৰ জগতত তেওঁ এই নামটোৰেই জনাজাত) ইটালীলৈ পলাই গ'লেও শেষত কিন্তু তেওঁৰ আৰু ম্যুছেক ভাল নলগা হ'ল। সেই সময়ত যক্ষ্মাৰ আক্ৰান্ত কবিক ভেনিছ চহৰত চিকিৎসা কৰি থকা হৈছিল আৰু কিছুদিন যোৱাৰ পিছত জৰ্জ ছঁ ম্যুছেক চিকিৎসা কৰি থকা ইটালীয়ান ডাক্তৰজনৰে প্ৰেমত পৰিল। উদ্দাম উচ্ছল অপূৰ্ব সুন্দৰী ফৰাছী মহিলাগৰাকীৰ আকৰ্ষণৰ মায়াজালৰ পৰা নিজকে মুক্ত কৰিব নোৱাৰি অৱশেষত সেই ডাক্তৰে জৰ্জ ছঁক লৈ ভেনিচৰ পৰা পলাই গ'ল। বেচেৰা ম্যুছে পৰিত্যক্ত হৈ তাতে থাকি গ'ল। পিছে জৰ্জ ছঁৰ এনে হৃদয়হীন ব্যৱহাৰ তেওঁৰ সেই বোহেমিয়ান কবিৰ দলেও মানি ল'বলৈ টান পাইছিল—মানৱতা বুলিওতো কথা এটা আছে। এনেকি কবি বোদলেয়ৰেও জৰ্জ ছঁক ধিক্কাৰ দি কেতিয়াবা তেওঁক চয়তানৰ অনুচৰ বা কেতিয়াবা স্বয়ং চয়তান আখ্যা দিছিল। কিন্তু জৰ্জ ছঁ বোধহয় ঈশ্বৰৰ খণ্ডকো গ্ৰাহ্য কৰা ভকত নাছিল।

অৱশেষত তেওঁক ইটালীৰ ডাক্তৰেও আমুৰাইছিল, সেয়ে ১৮৩৫ চনত তেওঁ ইটালীৰ পৰা অকলেই ফ্ৰান্সলৈ উভতি আহিল। কিন্তু এইবাৰ আৰু স্বামীয়ে তেওঁক সহ্য নকৰিলে—আইনগতভাৱে তেওঁক পৰিত্যাগ কৰিলে। এই মোকৰ্দমাটোত জৰ্জ ছঁ এনেকৈ হাৰিল যে, তেওঁ স্বামীৰ পৰা আৰ্থিক সাহায্য নাপালে আৰু সন্তান দুটিৰ

ওপৰত থকা অধিকাৰৰ পৰাও বঞ্চিত হ'ল। অৱশ্যে সেই সময়ত ডিভোর্চৰ নিয়ম নাছিল বাবে জর্জ ছঁৰ বাবে দ্বিতীয় স্বামী গ্ৰহণ কৰাও আইনৰ পিনৰ পৰা সম্ভৱ নাছিল।

কিন্তু সুন্দৰী আৰু প্ৰতিভাশালিনী জর্জ ছঁৰ পুৰুষৰ বন্দনা অবিহনে জীয়াই থকাটো সম্ভৱ নহয়। সেয়ে ১৮৩৮ চনত তেওঁ আৰু এগৰাকী পুৰুষক প্ৰেমিক হিচাপে গ্ৰহণ কৰিলে – এওঁ আছিল বিখ্যাত সংগীতজ্ঞ ফ্ৰেডেৰিক শঁপা। শঁপাৰ লগত জর্জ ছঁৰ সুদীর্ঘ ন বছৰৰ সম্পৰ্ক আছিল—কিন্তু সেই যে মহাকবিৰ কথা 'কোনো বন্ধনে নহ তুমি বাঁধিবাৰ'—এই প্ৰেমেও আকৌ আমুৰালে তেওঁক, কোনো পুৰুষৰ আধিপত্য (হৃদয়-মনৰ ওপৰত একপ্ৰকাৰ আধিপত্যইতো) ইমান দিন সহ্য কৰিব পাৰিনে? গতিকে ১৮৪৭ চনত জর্জ ছঁই ফ্ৰেডেৰিক শঁপাৰ লগতো সম্পৰ্ক ছিন্ন কৰি পেলালে। এই ঘটনাৰ দুবছৰ পিছত শঁপাৰ মৃত্যু হৈছিল। সমাজৰ ধাৰণা হৈছিল যে, এই বিশ্ববন্দিত সংগীতজ্ঞৰ মৃত্যুৰ বাবেও জর্জ ছঁই দায়ী—এইজনীতো সাধাৰণ মহিলা নহয়, একে বাৰে বিষকন্যা, যাৰেই সংস্পৰ্শলৈ আহে তাৰেই জীৱনতে বিষ ছটিয়ায়।

ইয়াৰ পিছত লেখিকাই ৰাজনীতিলৈ মন মেলিলে। ফ্ৰান্সত সংঘটিত ১৮৪৮ চনৰ যি বিপ্লৱে য়ুৰোপতো কিছু তোলপাৰ লগাইছিল তেওঁ সেই বিপ্লৱত যোগ দিছিল আৰু 'বুলতঁ্যা দ্য লা ৰেপুব্লিক' প্ৰকাশ কৰিছিল। এই বিপ্লৱৰ সময়তে তেওঁ গণতন্ত্ৰত বিশ্বাসী পিয়েৰ ল্যʼ ৰু আৰু দ্যা লা মেনে নামৰ দুজন নেতাক বন্ধু হিচাপে পাইছিল, অৱশ্যে আচৰিত কথা যে, এওঁলোক দুজনৰ এজনো তেওঁৰ প্ৰেমিক হোৱা নাছিল। যি কি নহওক, এই বিপ্লৱৰ পৰিণতিয়ে কিন্তু তেওঁলোকক হতাশ কৰিছিল, কাৰণ ১৮৪৯ চনৰ পৰা ১৮৫১ চনলৈ ফ্ৰান্সত গণতন্ত্ৰৰ নামত যি শাসন চলিছিল সি আছিল এক ভেকোভাওনা। শেষত তাৰ অন্ত পৰিছিল আৰু ১৮৫১ চনত লুই নেপোলিয়নে নিজকে ফ্ৰান্সৰ সম্ৰাট হিচাপে ঘোষণা কৰিছিল।

এই কালছোৱাৰ ফ্ৰান্সৰ ৰাজনীতিত জর্জ ছঁৰ দৰে যোগ দিয়া বহুতো লেখক ক্ৰমান্বয়ে হতাশ হৈ ৰাজনীতিৰ পৰা আঁতৰি গৈছিল—তাৰ ভিতৰত বিখ্যাত লেখক-বোৰ হ'ল থিয়ফিল গ'তিয়েৰ, ভিক্টৰ হুগো আৰু লামাৰ্তিন। পিছে হুগোহঁত বয়সত ডাঙৰ হৈয়ো তৰুণসকলৰ দৰে সহজে হতাশ হোৱা নাছিল আৰু ৰাজনীতিকে সাৰটি আছিল। কিন্তু লাহে লাহে এওঁলোকেৰ ফ্ৰান্সৰ প্ৰচলিত ব্যৱস্থাত আস্থা হেৰুৱাবলৈ ধৰিলে আৰু শেষত গ'তিয়েৰহঁতৰ দৰেই ৰাজনীতি বাদ দিলে। ভিক্টৰ হুগোৰতো নিৰ্বাসনেই হৈ গ'ল। জর্জ ছঁ আৰু তেওঁৰ দুই বন্ধুৱেও ৰাজনীতি ত্যাগ কৰিলে একেই আশাভঙ্গৰ মনোবেদনাত।

ইতিমধ্যে জৰ্জ ছুই দেউতাকৰ জমিদাৰীখন উত্তৰাধিকাৰীসূত্ৰে লাভ কৰিছিল। তেওঁ নগৰীয়া জীৱনৰ নানা উত্তেজনা আৰু হৈ হুলস্থুলৰ পৰা এইবাৰ আঁতৰি গৈ Far From the Madding Crowd' অৰ্থাৎ দেউতাকৰ গাঁৱৰ নিঃসঙ্গ জীৱনত কালাতিপাত কৰিবলৈ ধৰিলে। লামাৰ্তিনেও একেদৰে নিজৰ জমিদাৰীলৈ উভতি গৈছিল।

জৰ্জ ছুৰ গাঁৱৰ জীৱনত সঁচাকৈয়ে অতীতৰ সেই উত্তাল আৰু সম্ভোগপূৰ্ণ দিনবোৰৰ পুনৰাবৃত্তি ঘটা নাছিল, তদুপৰি লাহে লাহে তেওঁ প্ৰৌঢ়ত্বৰ পিনেও গতি কৰিছিল। অৱশ্যে তেওঁৰ জীৱন একেবাৰে স্থবিৰ হৈ পৰা নাছিল, ১৮৫২ চনৰ পৰা ১৮৭৬ চনলৈ অৰ্থাৎ জীৱনৰ শেষ দিনলৈ তেওঁ জমিদাৰী চোৱা মেলা কৰিছিল, লেখিছিল আৰু দুই বন্ধু পিয়েৰ ল্যাʼৰু আৰু দ্য লক মেনেৰ লগত নিয়মিত পত্ৰ চালিত কৰিছিল। পিছে তেওঁৰ জীৱনলৈ এই সময়চোৱাত আৰু কোনো পুৰুষ সংগী অহা নাছিল। জমিদাৰীত কটোৱা জীৱনৰ অন্তিমকালত জৰ্জ ছুই লেখা দুখন উল্লেখযোগ্য কিতাপ হʼল – 'ইস্তোৱাৰ দ্য মাভি' আৰু এল এ লুই'। প্ৰথম কিতাপখন হʼল তেওঁৰ আত্ম-জীৱনী আৰু দ্বিতীয়খন হʼল আত্মজৈৱনিক উপন্যাস। অৱশ্যে আত্মজৈৱনিক হʼলেও সেইখনৰ উপজীব্য আছিল তেওঁৰ আৰু কবি দ্য ম্যুছেৰ সতে তেওঁৰ প্ৰেমৰ কাহিনী। দ্য ম্যুছেই দুৰাৰোগ্য যক্ষ্মা বেমাৰত ভুগিছিল, যদিও জৰ্জ ছুই তেওঁক ইটালীত এৰি থৈ অহাৰ তেইশ বছৰৰ পিছতহে মৃত্যু হৈছিল। অথচ সেই সময়ৰ সমাজে খোঁপাৰ দৰে ম্যুছেৰ মৃত্যুৰ বাবেও জৰ্জ ছুকে দায়ী কৰিছিল। পুৰুষপ্ৰধান সমাজত নাৰীৰ ভুল আৰু দোষৰ কোনো ক্ষমা নাই, আৰু তেতিয়াৰ যুগৰ ফ্ৰান্সৰ অভিজাত মহলৰ নাৰী এগৰাকীৰ নানা ব্যভিচাৰ আৰু বিদ্ৰোহৰ কাৰ্যকতো কোনো পধ্যে ক্ষমাৰ প্ৰশ্ন নুঠে।

কিন্তু তেনে এখন সমাজকো বিন্দু বিসৰ্গ তোৱাক্কা নকৰি জৰ্জ ছুই উন্নতশিৰে নিজৰ ইচ্ছাৰ, নিজৰ প্ৰবৃত্তিৰ, নিজৰ প্ৰতিভাৰ বিকাশৰ পথেদি এজন স্বাধীন পুৰুষৰ দৰেই আগবাঢ়ি গৈছিল। তেনে ধৰণৰ পুৰুষালা কাযকলাপ কৰা মহিলা—বিশেষকৈ লেখিকা—তেতিয়াৰ অভিজাত সমাজত দ্বিতীয় এগৰাকীৰ কথা আমি শুনা নাই। সেয়ে তেওঁক পৃথিৱীৰ প্ৰথম ফেমিনিষ্ট বুলি অভিহিত কৰিবলৈ মন যায়।

ফ্ৰান্সৰ অভিজাত মহলত পত্নী এগৰাকীয়ে স্বামীক পুত্ৰ সন্তান উপহাৰ দিয়াৰ পিছত আন প্ৰেমিক গ্ৰহণ কৰাৰ ৰীতি প্ৰচলিত আছিল, যদিও তেনে পুৰুষ নিজৰ মাজৰ কোনোবা সম্ৰান্ত আৰু সম্পন্নশালী ব্যক্তিহে হʼব লাগিব। তাকো প্ৰায়

গোপনে। কিন্তু জৰ্জ চুই সমাজৰ সেই শৃংখল ছিঙি প্ৰকাশ্যে বাছি লৈছিল—তাকো নিজৰ অভিজাত সমাজৰ পৰা নহয়। তেওঁ বোহেমিয়াম শিল্পীসকলৰ লগত লগ লাগি যি হৈচৈ কৰি ফুৰিছিল—সিয়ো আছিল পুৰুষ প্ৰধান সমাজৰ - বিশেষকৈ অভিজাত সমাজৰ প্ৰচলিত ধ্যান-ধাৰণাৰ বিৰুদ্ধে এক বিৰাট বিদ্ৰোহ। নিজৰ ব্যক্তি স্বাধীনতাৰ বাবে সন্তান, স্বামীৰ ধন-সম্পদ ( লগতে স্বামী ) আদি সকলো বিসর্জন দিয়াৰ ত্যাগ আৰু দুখৰ মাজেৰে এই গৰাকী লেখিকাই পৃথিৱীত এনেকৈয়ে নাৰীবাদৰ প্ৰথম ধ্বজাধৰ উৰুৱাই থৈ গ'ল।

# নেন্সী এষ্টৰ, চাৰ্চিল, বাৰ্ণাৰ্ড শ্ব আদি

'মই যদি আপোনাৰ পত্নী হলো হেঁতেন, তেন্তে নিশ্চয় আপোনাৰ কফি কাপত বিহ মিহলাই দিলোহেঁতেন।' 'আৰু মই যদি আপোনাৰ স্বামী হলো হেঁতেন, তেন্তে আনন্দমনেৰে সেই কফিকাপ খাই পেলালোহেঁতেন!'

উপৰোক্ত কথোপকথনখিনি হ'ল ইংলণ্ডৰ টোৰি দলৰ প্ৰধানমন্ত্ৰী চাৰ্চিল আৰু সেই সময়ৰ পাৰ্লামেণ্টৰ লেবাৰদলৰ সদস্যা লেডী নেন্সী এষ্টৰ মাজত হোৱা। লেডী এষ্টৰ ইংলণ্ড প্ৰথম মহিলা এম. পি.। ছয়বাৰ পাৰ্লামেণ্টৰ সদস্যাৰ বাবে নিৰ্বাচন খেলি ছয়বাৰেই জয়ী হোৱা বৰ্ণাঢ্য জীৱনৰ অধিকাৰিণী এই মহিলাৰ বুদ্ধিদীপ্ত ৰসিকতাৰ (Wit) অলেখ গল্প আছে যদিও চাৰ্চিলৰ লগত এই বিষয়ত অৱশ্যে মাজে মাজে হাৰ মানিব লগা হৈছিল। তথাপি পাৰ্লামেণ্টত এই দুই ব্যক্তিত্বশালী সদস্যৰ কথা কটাকটিৰে সেই সময়ত পাৰ্লামেণ্ট সৰসভাৱে উত্তপ্ত হৈ থাকিছিল। এবাৰ চাৰ্চিলক নেন্সীয়ে কথাৰে এসেকা দিলে এনেদৰে :

চাৰ্চিল : এই মহিলাক পাৰ্লামেণ্টত দেখিলেই মোৰ গা বেজবেজাই যায়, এনে লাগে যেন মই নগ্ঠা হৈহে সোমাইছোঁ।

নেন্সী : আপুনি নগ্ঠা হৈ আহিলেও মোৰ আগত লাজ পাবৰ একো নাই ছাৰ,— আপুনি ইমানেই কুৎসিৎ যে আপোনাৰ ফালে মই দৃষ্টিয়েই নিদিওঁ!

নেন্সী আছিল আমেৰিকাৰ ভাৰ্জিনিয়াৰ জীয়ৰী। তেওঁৰ জন্ম হৈছিল ১৮৭৯ চনত। প্ৰথমবাৰ যাৰ লগত বিয়া হ'ল সেই মানুহজন ইমানেই সুৰাসক্ত যে এটা ল'ৰা সন্তান জন্ম হোৱাৰ পিছত তেওঁৰ লগত বিবাহ বিচ্ছেদ কৰিবলৈ বাধ্য হৈছিল। তাৰপিছত দেউতাকে নেন্সী আৰু ভনীয়েকক 'ঘোঁৰা আৰোহী হিচাপে ইংলণ্ডলৈ পঠাই দিছিল—যাতে তেওঁ এই অশুভ বিয়াখনৰ দুঃখজনক পৰিণতিৰ কথা পাহৰি থাকিব পাৰে। নেন্সী সৰুৰে পৰা ঘোঁৰাত উঠাত খুব পাৰ্গত আছিল। ইংলণ্ডৰ তেতিয়াৰ অভিজাত সমাজৰ বহুতো ডেকা ল'ৰাই নেন্সীৰ ৰূপ, নেন্সীৰ সাহসিকতা আৰু উদ্দাম-উচ্ছল যৌৱনৰ অতি আকৰ্ষণীয় ব্যক্তিত্বত ইমানেই মুগ্ধ হৈছিল যে বহুতেই তেওঁক বিয়াৰ প্ৰস্তাৱ আগবঢ়াইছিল। নেন্সীয়ে তেওঁৰ স্বভাৱসিদ্ধ ব্যঙ্গ মিশ্ৰিত সৰস কটুক্তিৰে সকলোকে প্ৰত্যাখান কৰিছিল। পিছত বহুত ভবা চিন্তাৰ পিছতহে সেই অভিজাত শ্ৰেণীৰে প্ৰতিভূ ওৱালড্ৰফ নেষ্টৰক বিয়া কৰাইছিল। এই নেষ্টৰসকল কেবাখনো প্ৰভাৱশালী বাতৰি কাকতৰ মালিক আছিল আৰু নেন্সীৰ মতে আমেৰিকাত তেওঁলোকক একপ্ৰকাৰ ৰাজপৰিয়ালৰ লোক হিচাপেই গণ্য কৰা হৈছিল।

নেল্পীয়ে লর্ড এটৰ পৰিয়ালৰ বোৱাৰী হৈ, প্ৰভূত সম্পত্তিৰ মালিকনী হৈ, ৰাজপ্ৰাসাদ তুল্য ঘৰ ক্লাইভডেনত একচ্ছত্ৰী সাম্ৰাজ্ঞীৰ জীৱন আৰম্ভ কৰি কিন্তু অলপো নাৰ্ভাচ হোৱা নাছিল বা সেই ৰাজকীয় জাকজমকতাই তেওঁৰ মূৰ ঘুৰাই দিব পৰা নাছিল। তেওঁ গৰ্ব কৰি কৈছিল যে তেওঁ ভাৰ্জিনিয়াৰ বিখ্যাত লেংহন জীয়ৰী, ৰাজনীতি তেওঁৰ সত্তাত গভীৰভাৱে প্ৰোথিত, গতিকে এটৰ সকলৰ সম্পত্তিয়ে তেওঁৰ সেই আত্মগৰ্বক কোনোধৰণৰ হীনমন্যতাৰ বলি হ'ব দিয়া নাছিল।

অভিজাত পৰিয়ালবোৰত সাধাৰণতে এক ধৰণৰ গাম্ভীৰ্য থাকে, মানুহবোৰে জুখি মাখি কথা কয়, হাঁহে, চাল-চলনত সহজাত সম্ভ্ৰমবোধৰ গাম্ভীৰ্য। এক কথাত এনে পৰিয়ালবোৰত মৃত্যুৰ দৰেই একধৰণৰ শীতলতা বিৰাজ কৰে। কিন্তু প্ৰাণোচ্ছল আৰু আনন্দ-ৰসিকতাৰ ৰহঘৰা নেন্সীয়ে যেন সোণৰ কাঠিৰ পৰশত সেই মৃত্যু-শীতল পুৰীত জীৱন-যৌৱনৰ প্লাৱনহে আনি দিলে। স্বামী ওৱালডৰ্ফ'ৰ তেওঁ নয়নৰ মণি, জীৱনৰ সুখ-সন্তোষৰ ফোৱাৰা হৈ পৰিল, স্বভাৱত গহীন মানুহজনৰ মুখতো হাঁহিৰ জিলিঙনি খেলি থকা হ'ল। নেন্সী এটৰ পৰিয়ালৰ বোৱাৰী হৈ অহাৰ পিছত ক্লাইভডেনত যিসকল অভ্যাগতক আপ্যায়ন কৰা হৈছিল তেওঁলোক আছিল আটায়ে দেশত ল'বলগীয়া মানুহ। ইংলণ্ডৰ ৰাজমাতা, ৰাজকুমাৰ, দেশ বিদেশৰ ৰাষ্ট্ৰদূত, ৰাজনীতিবিদ, সাহিত্যিক, বুদ্ধিজীৱী—কোনেই বা নেন্সীৰ আতিথ্য গ্ৰহণ কৰা নাছিল। জৰ্জ বাৰ্ণাৰ্ড শ্বইতো ক্লাইভডেনত আলহী হৈ থাকোঁতেই তেওঁৰ 'The Apple Cart নামৰ কিতাপখন লেখি শেষ কৰিছিল। এই বাৰ্ণাৰ্ড শ্ব আৰু নেন্সীৰ বন্ধুত্বৰ সেতু বন্ধন আছিল দুয়োৰে মদ, চিগাৰেট আদি নিচাৰ বিৰুদ্ধে থকা জেহাদ। কোৱা হয় যে বাৰ্ণাৰ্ড শ্ব নিৰামিষাহাৰী হোৱা বাবেহে বিৰানব্বৈ বছৰলৈ জীয়াই আছিল। সেই শ্বৰ মৃত্যুশয্যাৰ ওচৰত বহি থকা নেন্সীক হঠাতে অচেতন অৱস্থাৰ পৰা বিছনাত উঠি বহি শ্বই বোলে কলে :

নেন্সী, তুমি কেতিয়াবা পেট্ৰিৰ স্বামীৰ গল্পটো শুনিছিলানে? পেট্ৰিৰ বিদেশী স্বামীয়ে ইংৰাজ ফেছনমতেই হাউছ পাৰ্টি এটাৰ আয়োজন কৰিছিল। অতিথিসকল আহি পালে। তাৰ পিছত হঠাতে স্বামী বেচেৰা দোৰ দোৰ তললৈ নামি আহি তেওঁলোকক ক'লে—'আপোনালোক গুচি যাওক। মই মোৰ পত্নীৰ বিছনাত এজন মানুহ দেখি আহিলোঁ।' কৈয়েই তেওঁ আকৌ ওপৰলৈ উঠি গ'ল। নিমন্ত্ৰিত আলহী-সকলতো হতভম্ব! তেওঁলোক কিংকৰ্তব্যবিমূঢ় হৈ পৰিল। তেনেতে আকৌ পেট্ৰিৰ স্বামী খটখটিয়েদি নামি আহি ক'লে—আপোনালোক উভতি আহিব লাগিব। সকলো ঠিক হৈ গ'ল—মানুহজনে কথা খুজিছে।'

এই কথাখিনি কৈ বাৰ্ণাৰ্ড শ পুনৰ অচেতন হৈ গ'ল—মৃত্যুৰ আগতে বোলে নেন্সীক কোৱা কথাখিনিয়েই তেওঁৰ শেষ কথা আছিল।

সেই সময়ৰ বিখ্যাত সাহিত্যিকসকলৰ ভিতৰত টি. এছ্ এলিয়টকে নেন্সীয়ে তেওঁৰ ঘৰলৈ মাতি আনিব পৰা নাছিল। এদিন হঠাতে তেওঁৰ স্বভাৱসিদ্ধ খাম খেয়ালীতে টি. এছ্. এলিয়টক ফোন কৰি ক'লে তেওঁ আছি ক্লাইভডেনত থকা বাৰ্ণাৰ্ড শ্বক লগ কৰিব লাগে। এলিয়টে শান্ত মাতেৰে কৈছিল—'লেডী এষ্টৰ, মই দুঃখিত যে আপোনাৰ লগত চিনাকী হোৱাৰ মোৰ ভাগ্য হোৱা নাই!'

টি. এছ্. এলিয়টে ক্লাইভডেনত ভৰি নিদিলে। কিন্তু ইংলণ্ডৰ বহুতো মুধাফুটা বুদ্ধিজীৱিৰ লগতে নেন্সীৰ বন্ধুত্ব আছিল। এওঁলোকৰ ভিতৰত এজন আছিল বিখ্যাত ইতিহাসবিদ এ. এল. ৰাউজ। তেওঁ নিজৰ স্মৃতিকথাত নেন্সীৰ বিষয়ে বহুতো প্ৰশংসাৰ কথা লেখিলেও এই কথাও লেখিছে যে মানুহজনীৰ স্বাভাৱিক বুদ্ধিমত্তা প্ৰখৰ হ'লেও তেওঁ আচল অৰ্থত কিন্তু এগৰাকী অশিক্ষিতা মহিলাই আছিল। বাৰ্ণাড শ্বৰ লগত ইমান বন্ধুত্ব থকা সত্বেও শ্বই তেওঁলৈ এখনো কিতাপ উছৰ্গা নকৰিলে। এই কথাত ৰাউজৰ বেছ বেয়া লাগিছিল, নেন্সীৰ ইমান আতিথ্যৰ যেন কোনো-ধৰণৰ প্ৰতিদানেই বাৰ্ণাৰ্ড শ্বই নিদিলে। ৰাউজে নিজে কিন্তু নেন্সীৰ নানাধৰণৰ মৰমৰ শলাগ হিচাপে তেওঁ লেখা বুৰঞ্জীৰ কিতাপ এখন তেওঁলৈ উছৰ্গা কৰিছিল, যদিও নেন্সীয়ে যে কোনোদিনে কিতাপখন পঢ়া নাছিল সেই বিষয়ে ৰাউজৰ কোনো সন্দেহ নাছিল!

১৯৪৫ চনত নেন্সীক গিৰিয়েকে আৰু নিৰ্বাচন খেলিবলৈ দিয়া নাছিল, ইতিমধ্যে ছবাৰেই তেওঁ প্ৰতিদ্বন্দ্বিতা কৰিছিল আৰু ছবাৰেই জয়ী হৈছিল। কিন্তু ওৱালডফে বুজিছিল যে পাৰ্লামেণ্টত তেওঁৰ ঘৈণীয়েকৰ দিন অবসান হৈ আহিল। কিন্তু নেন্সী তাৰ বাবে খুবেই অসুখী হৈ পৰিছিল, তেওঁৰ বয়স হৈ আহিছে পাঁচটা সন্তান ডাঙৰ হৈছে—ৰাজনীতি নকৰিলে তেওঁ কি কৰি সময় নিয়াব? কিতাপ পত্ৰ পঢ়াৰ একেবাৰেই অভ্যাস নাই যে তাতেই ডুবি থাকি আমনিজনক সময়বোৰ পাৰ কৰি দিব। সমগ্ৰ যৌৱন জুৰি বিভিন্ন কামত ব্যস্ত হৈ থকা টগবগাই থকা মানুহজনীৰ বাৰ্দ্ধক্য যে কি স্থবিৰ, কি কৰুণ, কি বৈচিত্ৰহীন! পাৰ্লামেণ্টৰ পৰা অৱসৰ লোৱাৰ পিছত এদিন ৰাতি চাৰ্চিলৰ লগত ডিনাৰ খাই থকা সময়ত চাৰ্চিলে যেতিয়া কৈছিল—'নেন্সী সংসদত তোমাৰ অনুপস্থিতি আমি খুবেই অনুভৱ কৰোঁ।'—তেতিয়া বোধহয় নেন্সীৰ চকুপানী ওলাবলগীয়া অৱস্থা হৈছিল, ডিঙিৰে হয়তো খাদ্যবোৰ সোমাবই নুখুজিছিল। সেই কালছোৱাত তেওঁ কি দিন কটাইছিল, কেনেকৈ সম্ৰাজ্ঞীৰ দৰে দপদপাই ফুৰিছিল, কেনেকৈ কাকো পৰোৱাই নকৰি মুখৰ ওপৰতে কথা কৈ দিছিল! মনত পৰি

গৈছিল প্ৰতাপী লয়েড জৰ্জক পৰ্যন্ত তেওঁ পৰোৱাই নকৰি এবাৰ কৈ দিছিল ·( যদিও ৰাজহুৱা মুখা ফুটা ব্যক্তিসকলৰ ভিতৰত নেন্সীয়ে এই ৰাজনীতিজ্ঞজনকে আটাইতকৈ শ্ৰদ্ধাৰ চকুৰে চাইছিল।):

"এল. জি. তোমাৰ আৰু ফ্ৰান্সেছৰ বিষয়ে এইবোৰ কি শুনিবলৈ পাইছো বাৰু?"

সেই সময়ত লয়েড জৰ্জ আৰু তেওঁৰ চেক্ৰেটাৰী ফ্ৰান্সেছ ষ্টিভেনছনৰ মাজৰ অবৈধ সম্পৰ্ক লৈ লণ্ডন সমাজৰ সেই উচ্চ মহলত বেছ বু-বা চলিছিল।

নেন্সীৰ প্ৰশ্নত লয়েডে অলপো বিচলিত নহৈ বোলে ওলোটাই সুধিছিল— 'তোমাৰ আৰু ফিলিপৰ মাজতেই বা কি সম্পৰ্ক?'

'প্ৰত্যেকেই জানে যে মোৰ আৰু ফিলিপৰ মাজৰ সম্পৰ্ক সম্পূৰ্ণ নিৰ্দোষ'—নেন্সীয়ে উদ্ধত অহংকাৰেৰে উত্তৰ দিছিল।

'তেন্তে তুমি নিজক লৈ লাজ পোৱাহে উচিত'—চকুত দুষ্টালি ভৰা হাঁহি জিলিকাই লয়েড জৰ্জে মন্তব্য দিছিল।

ক্লাইভডেনত আতিথ্য গ্ৰহণ কৰা ব্যক্তিসকলৰ ভিতৰত ফিলিপ লেথিয়ানৰ লগতে নেন্সীৰ ঘনিষ্ঠতা সকলোতকৈ বেছি আছিল কিন্তু তেওঁলোকৰ সম্পৰ্ক আছিল 'কাম-গন্ধহীন।' নেন্সীৰ দৰে ফিলিপেও এই অদ্ভুত 'খ্ৰীষ্টান বিজ্ঞানী'ৰ মতকে সমৰ্থন কৰিছিল; জৈৱিক পদাৰ্থ সত্য নহয়, মায়া আৰু ভুৱা। এই মতত তেওঁক নেন্সীয়েই দীক্ষিত কৰিছিল, সেয়ে বেচেৰাই তাকেই সত্য বুলি মানিলে, আৰু শৰীৰটোক মূল্য নিদি বেমাৰৰ সময়ত চিকিৎসকক নামাতি বিনা চিকিৎসাত মৃত্যু বৰণ কৰিছিল!

একেদৰে মদ নিবাৰণী অভিযানবোৰতো নেন্সীয়ে গভীৰ প্ৰত্যয় আৰু নিষ্ঠাৰে ভাগ লৈ ফুৰিছিল। বাহিৰত যিমানেই যি কৰি নুফুৰক কিয়, অন্তৰেৰে তেওঁ আছিল গভীৰভাৱে ধৰ্মত বিশ্বাসী মহিলা। নানা সময়ত নানাজনক মুখত লেকাম নলগাই কথা কৈ ফুৰা মানুহজনীৰ অন্তৰখন কিন্তু দয়া-মায়াৰে ভৰপুৰ আছিল। নিজৰ সমষ্টি প্লাইমাউথৰ বাবে এই হাল দম্পতিয়ে যিমান কাম কৰি থৈ গৈছে সিয়ে বোধহয় তেওঁলোকক সেই অঞ্চলত চিৰদিন স্মৰণীয় কৰি ৰাখিব। যুদ্ধই প্লাইমাউথক পুৰি একেবাৰে ছাৰখাৰ কৰি পেলাইছিল। সেই সময়ৰ এটা বৰ্ণনা: নাজী বিমান বাহিনীৰ একো একোটা বোমা বৰ্ষণ হৈছে আৰু নেন্সী আৰু ওৱালডফ থকা ঘৰটোৰ খিৰিকিৰ আইনাৰ সৰু সৰু টুকুৰা ছিটিকি আহি নেন্সীৰ চুলিত সোমাই অতীষ্ঠ কৰি তুলিছে, তেওঁৰ পৰিচাৰিকাজনীৰ সেইবোৰ বাহিৰ কৰি ততেই নাই! সি যি কি নহওক, প্লাইমাউথৰ মানুহক মৃত্যুৰ মুখত থৈ তেওঁলোক কিন্তু পলাই যোৱা নাছিল। নেন্সীৰ কথা কোৱা হয় এইদৰে—'সিংহৰ দৰে সাহস, অন্তৰখন সোণেৰে বন্ধোৱা।' এইগৰাকী মানুহে যে প্লাইমাউথৰ জনগণৰ অন্তৰ জয় কৰি ছয়বাৰকৈ নিৰ্বাচনত জিকিব তাত

আচৰিত মানিবলগীয়া নাই। যুদ্ধৰ পিছত সম্পূৰ্ণ ধ্বংস হৈ যোৱা প্লাইমাউথক এওঁৰ দম্পতিয়ে পুনৰ নিৰ্মাণ কৰি উলিওৱাই নহয়, আগতকৈ সৰ্বতোপ্ৰকাৰে উন্নত কৰি সাজি উলিয়াইছিল। তেওঁলোক অগাধ ধনৰ মালিক আছিল সঁচা, কিন্তু সেই ধনেৰে তেওঁলোকে নানা সামাজিক অনুষ্ঠান গঢ়ি তুলিছিল, সমাজৰ বিবিধ কল্যাণমূলক কামত সদায় ব্ৰতী হৈ থাকিছিল।

নেন্সী এষ্টৰৰ সঠিক মূল্যায়ন কৰিব পৰাৰ বাবেই বহুতে তেওঁৰ বেপৰোৱা কথা-বতৰা আৰু মন্তব্যক উলাই কৰিব পাৰিছিল। চুঙা চাই সোপা দিব পৰা মানুহজনীৰ বিষয়ে নানা গল্প প্ৰচলিত আছে। এবাৰ তেওঁৰ সমষ্টিৰ এখন গাঁৱৰ এজন ভোটাৰে তেওঁক পৰীক্ষা কৰিবৰ বাবে কৈছিল—'মহাশয়া, গাহৰি এটাৰ ভৰিত মুঠ কেইটা আঙুলি আছে ক'ব পাৰিবনে ?'

নেন্সীয়ে তেতিয়া লগে লগে উত্তৰ দিলে—'হেৰা মানুহজন, বুটজোৰ খুলি লৈ তুমি নিজেই গণি নোলোৱা কিয় ?'

নেন্সীৰ নিজৰ প্ৰিয় ঠাই আছিল দুখনেই— ইংলণ্ডৰ প্লাইমাউথ আৰু আমেৰিকাৰ ভাৰ্জিনিয়া—স্বামীৰ গৃহভূমি আৰু নিজৰ গৃহভূমি। সেই সময়ত আমেৰিকা বাসীবো নেন্সীক লৈ গৰ্বত অন্তৰ ওফন্দি থাকিছিল। নেন্সীতো কেৱল ইংলণ্ডৰ প্ৰথম মহিলা এম. পি-য়ে নহয়, তেওঁ যিসময়ত ইংলণ্ডৰ এম. পি. হৈছিল সেইটো আছিল এক গুৰুত্বপূৰ্ণ সময়, তেনে এটা সময়তে তেওঁ বাৰে বাৰে নিৰ্বাচনত জয়ী হ'ব কে পাৰিছিল ( ১৯১৯ চনৰ পৰা ১৯৪৫ চনলৈ ) সেইটো কম ডাঙৰ কথা নাছিল !

১৯৬৪ চনত নেন্সী এষ্টৰৰ মৃত্যু হৈছিল।

# ডেভিড, লিডিয়া আৰু ফ্ৰিডা

*'I feel new and eager—*
*To start again.*
*It is gorgeous to live and forget,*
*And to feel quite new.*
*See the bird in the flowers ?—he's making*
*A rare to-do !*
*....See how gorgeous the world is*
*Outside the door.*

কুৰি শতিকাৰ ইংৰাজী সাহিত্যৰ এক অনন্য সাধাৰণ প্ৰতিভা ডেভিড হাৰ্বাট লৰেঞ্চৰ মানসিকতা তেওঁৰ ঘৈণীয়েক ফ্ৰিডালৈ লিখা ওপৰোক্ত কবিতা ফাঁকিত কিছুদূৰ পৰিস্ফুট হৈছে। নিশকতীয়া স্বাস্থ্যৰ মানুহজনৰ জীৱনবোধ আছিল অতি প্ৰবল, তেওঁ যেন শক্তি আৰু পুৰুষত্বৰ পূজাৰী আছিল, সেয়ে হয়তো মুখখন অলপীয়া ডাঢ়িৰে হ'লেও ভোবোকাৰ কৰি ৰাখি তেওঁ নিজৰ মাইকীসুলভ ব্যক্তিত্বক ঢাকি ৰাখিব খুজিছিল, জয়গান কৰিছিল জীৱন-যৌৱন যৌনতাৰ। তেওঁৰ মতে আধুনিক সভ্যতা হ'ল এক ৰুগ্ন সভ্যতা, ঔদ্যোগীকৰণৰ প্ৰাবল্যই সেই সভ্যতাক অৱনমিত কৰিছে। গতিকে তেওঁৰ মতে জীৱনক চেপি খুন্দি পেলাব খোজা এই প্ৰক্ৰিয়াৰ পৰা মানুহক উদ্ধাৰ কৰিব পাৰে নৰনাৰীৰ উদ্দাম, সুন্দৰ আৰু বাধাহীন জৈৱিক সম্পৰ্কই। সেই বিশ্বাসৰ বাবেই তেওঁৰ লিখনীবোৰত প্ৰেম আৰু যৌনতাৰ দুৰন্ত প্ৰকাশ ঘটিছিল। কিন্তু জীৱনক আধুনিক পতনোন্মুখ সভ্যতাৰ পৰা উত্তৰণ ঘটোৱাৰ ডি. এইচ. লৰেঞ্চৰ এই মতবাদে তেওঁক স্বাভাৱিকতেই বিপদত পেলাইছিল, তেওঁৰ এনেধৰণৰ লেখাৰে ভৰপূৰ প্ৰাণোচ্ছল যৌনগন্ধী কিতাপবোৰক অশ্লীলতাৰ অভিযোগত অভিযুক্ত কৰা হৈছিল আৰু 'লেডী চেটাৰ্লিজ লাভাৰছ' আৰু 'ৰেইনবো' নামৰ উপন্যাস দুখনক নিষিদ্ধ কৰা হৈছিল।

আপাতদৃষ্টিত এই কিতাপ দুখন অশ্লীল, অন্ততঃ যিকোনো সাধাৰণ পাঠকৰ বাবেই এই লেখনীবোৰ যৌনতাৰ প্ৰাচুৰ্য। অথচ তেওঁ সুস্থ, সবল, সুন্দৰ জীৱনবোধৰ পৰিচায়ক বুলি ভাবি যৌনতাৰ এনে এক মতবাদ প্ৰচাৰ কৰা লৰেঞ্চৰ কিতাপ তেওঁৰ সমসাময়িক কালত বাজেয়াপ্ত হ'লেও, সেই অশ্লীলতাৰ অভিযোগক ডেই তেওঁৰ

ইংৰাজী সাহিত্যত অন্যান্য কিতাপৰ লগতে সেই কেইখনৰ বাবেও এখন চিৰস্থায়ী আসন লাভ কৰিব পাৰিছে। ডি. এইচ. লৰেঞ্চক প্ৰথমতে সমালোচক সকলে সিমান গুৰুত্ব দিব খুঁজিলেও তেওঁ যে এজন অতি প্ৰতিভাধৰ শক্তিশালী সাহিত্যিক সেই কথা লাহে লাহে তেওঁলোকে বুজি আহিছিল। লৰেঞ্চৰ প্ৰকৃত মূল্যায়ন কৰোঁতা প্ৰথম সমালোচক বোধহয় এফ. আৰ. লিভিছেই হ'ব। লিভিছেই লৰেঞ্চৰ গুৰুত্ব ক্ৰমে ক্ৰমে পাঠক আৰু সমালোচকৰ মাজত গভীৰভাবে প্ৰোথিত কৰিব পাৰিছিল। তেওঁৰ প্ৰতিভাৰ বিষয়ে সেই সময়ৰ আন এক গুৰুত্বপূৰ্ণ উপন্যাসিক ই. এম. ফষ্টাৰৰ এই মন্তব্যও অতি প্ৰণিধানযোগ্য, লৰেঞ্চৰ লগত তেওঁৰ মাৰ্জিত আৰু সংযত লেখনীৰ সৈতে আকাশ-পাতাল প্ৰভেদ থকা ফষ্টাৰে, কৈছিল: তেওঁ আমাৰ যুগৰ সৰ্বোৎকৃষ্ট কল্পনাশক্তিৰ অধিকাৰী ঔপন্যাসিক।'

এই কথাটো বহুলভাৱে প্ৰচাৰিত যে প্ৰত্যেকজন সফল ব্যক্তিৰ অন্তৰালত থাকে একো গৰাকী নাৰী। ডি. এইচ. লৰেঞ্চৰ ক্ষেত্ৰত কিন্তু এগৰাকী নহয়, দুগৰাকী নাৰীৰেই অৱিহণা আছে। প্ৰথম গৰাকী হ'ল তেওঁৰ মাক লিডিয়া আৰু দ্বিতীয় গৰাকী হ'ল তেওঁৰ পত্নী ফ্ৰিডা। প্ৰথমতে লৰেঞ্চৰ জীৱনত মাকৰ প্ৰভাৱৰ প্ৰসংগৰে অৱতাৰণা কৰা যাওক।

ডেভিড হাৰ্বাট লৰেঞ্চৰ ১৮৮৫ চনৰ ১১ ছেপ্তেম্বৰৰ দিনা নটিংহামশ্বায়ৰৰ কয়লা খনিৰ গাঁও ইষ্টউডত জন্ম হৈছিল। তেওঁৰ দেউতাক জন আৰ্থাৰ লৰেঞ্চ সেই কয়লা খনিৰ এজন সাধাৰণ বনুৱা আছিল—সেই বনুৱাৰ জীৱন তেওঁ সাত বছৰ বয়সতে আৰম্ভ কৰিছিল। কিন্তু আচৰিত কথা এয়ে যে, এই সাধাৰণ বনুৱা মানুহজনৰ পত্নী লিডিয়া লৰেঞ্চ আছিল এগৰাকী শিক্ষিকা। এই দম্পতিৰে সন্তান ডি. এইচ. লৰেঞ্চে প্ৰকৃতিৰ নিয়ম অনুযায়ী মাক-বাপেক দুয়োৰো কিছু গুণৰ উত্তৰাধিকাৰী হৈছিল। কয়লা বনুৱাৰ শ্ৰম শাৰীৰিক, লৰেঞ্চে যেন দেউতাকৰ শাৰীৰিক শক্তি মানসিকভাৱে লাভ কৰিছিল। কাৰণ দাৰিদ্ৰ আৰু পানাহাৰৰ আধিক্যৰ মাজত ডাঙৰ হোৱা ল'ৰাটোৰ দেহাটো নিশকতীয়া আছিল ঠিকেই, কিন্তু মানসিকতা আছিল প্ৰাণ-প্ৰাচুৰ্যৰে ভৰা। অৱশ্যে তেওঁৰ যেন বেমাৰ-আজাৰৰ প্ৰতিৰোধৰ কোনো ক্ষমতাই নাছিল। ফলত খুব কম বয়সতে এবাৰ নিউমোনিয়া হোৱাত দেহাটো ইমানেই ৰুগীয়া হৈ পৰিল যে তেওঁক সহজেই যক্ষ্মা ৰোগে আক্ৰমণ কৰিলে। ডি. এইচ. লৰেঞ্চে তাৰ পিছৰে পৰা সমগ্ৰ জীৱন জুৰিয়েই এক ভগ্ন স্বাস্থ্য বহন কৰি থাকিল। কিন্তু পিতৃ কয়লা বনুৱাৰ জীৱনৰ কাঠিন্য আৰু শক্তি তেওঁৰ সত্তাত এনেকৈ সোমাই গৈছিল যে ফলত আমি পূৰ্বতে আলোচনা কৰি অহা এক অসাধাৰণ শক্তি প্ৰায় অতি প্ৰাকৃতিক পৰ্যায়ৰে তেওঁৰ লেখনীত মূৰ্ত হৈ উঠিছিল। অৱশ্যে সফল লেখক হ'বলৈ

হ'লে যি জ্ঞান আৰু অধ্যয়নৰ প্ৰয়োজন, তাৰ প্ৰেৰণা তেওঁ মাকৰ পৰাহে পাইছিল। দুৰ্বল স্বাস্থ্যৰ অধিকাৰী হ'লে কি হ'ব, ডেভিড লৰেন্সে কিম্বদন্তিৰ ইহুদী বীৰ তেওঁৰ একে নামৰ ডেভিডৰ দৰেই শক্তিৰ পৰিচয় দিব পাৰিছিল, কাৰণ অধ্যয়নত তেওঁ অপৰিসীম পৰিশ্ৰম ক্ষমতা প্ৰদৰ্শন কৰিছিল। এই কামত মাকে যে তেওঁক সততে অনুপ্ৰাণিত কৰিছিল সেই কথা উল্লেখ কৰিছোৱেই, তেওঁৰ এই অধ্যৱসায়ৰ বাবেই লৰেন্সে তেৰ' বছৰ বয়সত বৃত্তি পাই নটিংহাম হাইস্কুলত পঢ়িবলৈ গৈছিল। তাত তিনিবছৰ পঢ়াৰ পিছত তেওঁ অস্ত্ৰোপচাৰৰ সৰঞ্জাম বেচা দোকান এখনত কাম এটা পাইছিল, কিন্তু লৰেন্সৰ মানসিকতাৰ ল'ৰা এটাৰ বাবে সেই চাকৰি অতি আমনি-দায়ক আছিল, গতিকে কিছুদিন পিছত তেওঁ ইষ্টউডতে প্ৰাইমেৰী স্কুলৰ মাষ্টৰীৰ চাকৰি এটা লৈ সেইটো কাম এৰি দিছিল। তাৰ পিছত ১৯০৩ চনত, ওঠৰ বছৰ বয়সত নটিংহামৰ ইউনিভাৰ্চিটি কলেজত তেওঁ শিক্ষকৰ প্ৰশিক্ষণ ল'বলৈ ভৰ্তি হৈছিল। দুবছৰ পিছত শিক্ষকৰ চাৰ্টিফিকেট লাভ কৰিছিল আৰু তাৰ পিছত ক্ৰয়ডন নামে ঠাইৰ ডেভিডছন ব'ড স্কুলত কিছুদিন পুনৰ শিক্ষকতা কৰিছিল।

পিছে ডি এইচ. লৰেন্সে কেৱল শিক্ষকতাৰ কামতে সময় অতিবাহিত কৰা নাছিল, ইতিমধ্যে তেওঁ কবিতাও লিখিবলৈ আৰম্ভ কৰিছিল আৰু তেওঁৰ প্ৰথম উপন্যাসখনৰ বাবেও প্ৰস্তুতি চলাইছিল। তেওঁৰ বহুতো কবিতা 'দ্য ইংলিছ ৰিভিউ'ত প্ৰকাশিত হৈছিল। এই আলোচনীখনৰ সম্পাদকৰ উৎসাহতে তেওঁৰ প্ৰথম উপন্যাস 'দ্য হোৱাইট পিকক্'খন ১৯১১ চনত হাইনেমেন কোম্পানীয়ে ছপা কৰি উলিয়াইছিল। কিন্তু মাকৰ প্ৰতি অপৰিসীম শ্ৰদ্ধা আৰু ভালপোৱা থকা লৰেন্সৰ মনত এইটোৱে দুখ থাকি গ'ল যে, মাকে তেওঁৰ প্ৰথম ছপা কিতাপখনৰ যশৰ কথা গম পাই যাব নোৱাৰিলে। সেইখন বজাৰত বিতৰণ কৰাৰ এমাহমান আগতে লিডিয়া লৰেন্সৰ মৃত্যু হৈছিল। অৱশ্যে মাকৰ বাবে প্ৰেছৰ পৰা কোনোমতে উলিয়াই অনা এটা কপি তেওঁ দেখি গৈছিল, কিন্তু পুতেকক জ্ঞান আহৰণৰ বাবে যিমানেই অনুপ্ৰাণিত কৰি নাথাকক কিয়, মাকে কিন্তু লৰেন্সৰ প্ৰতিভা কিমান গভীৰ তাৰ উমান পোৱা নাছিল, সেয়ে 'দ্য হোৱাইট পিকক্'ক তেওঁ সিমান গুৰুত্ব দিব পৰা নাছিল। তদুপৰি মৃত্যুশয্যাত পৰি থকা মাতৃজনীৰ বাবে কিতাপখন পঢ়ি চোৱাও সম্ভৱ নাছিল। তেওঁ এই কথাৰ উমান নোপোৱাকৈয়ে পৃথিৱী এৰি গ'ল যে এদিন তেওঁৰ এই নিশকতীয়া সন্তানৰ কেৱল ইংলণ্ডতে নহয় পৃথিৱীব্যাপী খ্যাতি বিয়পি পৰিব।

এই দুঃখজনক ঘটনাটোৰ বিষয়ে লৰেন্সে নিজে লিখি যোৱা কথাখিনি তলত উদ্ধৃত কৰিলো : ···মোৰ মা মৃত্যুশয্যাত পৰি থকা অৱস্থাতে 'হোৱাইট পিকক্'ৰ মই সংগ্ৰহ কৰা সৰ্বপ্ৰথম কপিটো তেওঁৰ হাতত তুলি দিছিলো। মায়ে কিতাপখনৰ

পিঠিৰ ফালটো চালে, তাৰপিছত নাম থকা পৃষ্ঠাটো চালে আৰু তাৰপিছত মোৰ ফালে চালে, তেতিয়া তেওঁৰ চকু আসন্ন মৃত্যুৰ অন্ধকাৰে ঢাকি ধৰিছিল। তেওঁ যদিও মোক ইমান ভাল পাইছিল তথাপিও মোৰ ধাৰণা হ'ল যে, কিতাপখন বিশেষ কিবা হৈছে বুলি তেওঁৰ মনত সন্দেহ আছে, হাজাৰ হওক মোতকৈ কোনো গুৰুত্বপূর্ণ ব্যক্তিয়েতো সেইখন লিখা নাই। তেওঁৰ অসহায় একাকীত্বৰ কোনোবাখিনিত মোৰ প্রতি সংগোপনে ধাৰণা পোষণ কৰাৰ এটা আকৃতি পুহি থৈছে বুলি মই জানো। কিন্তু বাহিৰৰ জগতখনৰ বিচাৰত মোৰ যেন কোনো মূল্য নহ'ব—এই ভাবো আছিল। তেওঁৰ এই ভেভিভে গলিয়াথলৈ এটা শিলো নিক্ষেপ কৰিব নোৱাৰে। গতিকে মিছামিছি কিয় চেষ্টা কৰি মৰিব লাগে? য'ৰ গলিয়াথ ত'তে থাকিব দিয়া। পিছে সি যিয়েই নহক, মোৰ প্রথম অমৰ গ্রন্থখন পঢ়ি চাব পৰাৰ অৱস্থা তেওঁৰ নাছিল। সেইখন একলীয়াকৈ থৈ দিয়া হ'ল আৰু মোৰ কেতিয়াও সেইখন ছুনাই চোৱাৰ সত নহ'ল। তেওঁ আৰু কেতিয়াও সেইখন দেখা নাপালে।'

লৰেঞ্চৰ কিতাপখন হাতত লৈ তেওঁৰ দেউতাকৰনো প্রতিক্রিয়া কেনেকুৱা হ'ল তাক লৰেঞ্চৰ শুদ্ধ ইংৰাজী ভাষাৰ পৰা অনুবাদ কৰিলোঁ, কিন্তু দেউতাকৰ মুখৰ কথাখিনি তেওঁৰ কথিত ভাষাৰ চানেকি হিচাপে অবিকৃতভাৱে ৰাখি সেই অংশ সম্পূর্ণ উদ্ধৃত কৰিলো: "মাৰ শেষকৃত্য সমাপন হোৱাৰ পিছত দেউতাই মোৰ কিতাপ খনৰ প্রথম আধা পৃষ্ঠা বৰ কষ্ট কৰি জেঁাটাই জেঁাটাই পঢ়িলে—তেওঁৰ বাবে সেই কথাখিনি যেনেকুৱা, হটেনটটো তেনেকুৱা।"

তাৰপিছত বাপেকে লৰেঞ্চক সুধিছিল:

'And what dwn they gie thee for that, lad ?'

'Fifty pounds, father '

'Fifty pound !' He was dumbfounded, and looked at me with shrewd eyes, as if I were a swindler.

'Fifty pounds ! An' tha's niver done a day's hard work in thy life !'

ডি. এইচ লৰেঞ্চৰ মাকৰ মৃত্যুৰ সময়ত তেওঁৰ বয়স আছিল পঁচিশ, সেই সময়ত তেওঁ শিক্ষকতা আৰু লেখা—এই দুবিধ কামত লাগি আছিল যদিও এবিধতো সম্পূর্ণভাৱে লাগি থাকিব পৰা নাছিল। তাৰপিছত তেওঁৰ মাকৰ মৃত্যু হ'ল আৰু লৰেঞ্চৰ এনে লাগিল যেন তেওঁৰ জীৱনটো ভাঙি ছিঙি চুৰমাৰ হৈ গ'ল। তেওঁৰ নিজৰ ভাষাত 'মোৰ চাৰিওপিনৰ জগৎ সংসাৰ, সকলো যেন নিঃশেষ হৈ গ'ল,ময়ো নিঃশেষ হৈ গ'লো—কেৱল বাকী থাকিল জীৱনত মৃত্যুৰ ৰহস্য আৰু মৃত্যুৰ অহৰহ অনুসৰণ ..

মাকৰ মৃত্যুৰ পিছৰ দুবছৰলৈকে মাকৰ হেৰোৱা মৰম পুনৰুদ্ধাৰৰ চেষ্টাত লবেঞ্চে বহুতো ছোৱালীৰ সংগ বিচাৰি গৈছিল, কিন্তু মাকৰ প্ৰতি তেওঁৰ আসক্তি বা একনিষ্ঠতা ইমানেই প্ৰবল আছিল ( মাকৰ মৃত্যুৰ পিছত সেই বন্ধন যেন আৰু সুদৃঢ় হৈছিল ) যে কোনো ছোৱালীয়েই মাকৰ ঠাই পূৰাব পৰা নাছিল। এনেকুৱা মানসিক বিপৰ্যয়ে তেওঁক আৰু বেছি অসুস্থ কৰি তুলিলে, সেইবাবে শেষত তেওঁ স্কুলৰ চাকৰিও এৰি দিছিল।

মনৰ এনে এক হাঁহাকাৰ অৱস্থাতে ডি. এইচ. লবেঞ্চৰ জীৱনলৈ এনে এক ৰমণীৰ আগমন হ'ল—যি অৱশেষত মাকক তেওঁৰ মনৰ পৰা প্ৰায় সম্পূৰ্ণ উৎখাত কৰিবলৈ সক্ষম হৈছিল। এওঁ আছিল ফ্ৰিডাভন্ বিচথফেন্ উইকলি, লবেঞ্চৰ এক ভূতপূৰ্ব অধ্যাপক আৰ্ণেষ্ট উইকলিৰ পত্নী সেই সময়ত লবেঞ্চৰ বয়স আছিল সাতাইশ আৰু ফ্ৰিডাৰ একত্ৰিশ। ফ্ৰিডা তেওঁতকৈ বয়সত চাৰি বছৰে ডাঙৰ হোৱাৰ উপৰিও তিনিটা ল'ৰা-ছোৱালীৰো মাক আছিল। কিন্তু এই মহিলাই লবেঞ্চৰ প্ৰেমত উন্মত্ত হৈ স্বামী আৰু সন্তান তিনিটাক ত্যাগ কৰি তেওঁৰ লগত গুচি গৈছিল।

এইদৰেই লবেঞ্চৰ জীৱনত দ্বিতীয় গৰাকী মহিলাৰ প্ৰভাৱ আৰম্ভ হৈছিল। কিন্তু ফ্ৰিডাৰ সতে তেওঁ যাপন কৰা জীৱনটোৰ কথাকৈ যোৱাৰ আগতে মাকক লৈ লেখা 'ছনছ এণ্ড লাভাৰ্ছ' নামৰ উপন্যাসখনৰ কিছু কথা কোৱা উচিত হ'ব। এইখন লবেঞ্চৰ তৃতীয় উপন্যাস আৰু আত্মজীৱনীমূলক উপন্যাস। ইয়াত তেওঁ মাকৰ লগত থকা গভীৰ অথচ একধৰণৰ গ্লানিকৰ আৰু কষ্টকৰ সম্পৰ্কৰ কথাও বৰ্ণনা কৰিছে। তেওঁৰ এসময়ৰ প্ৰণয়িনী জেমি চেম্বাৰ্ছে'ও মিৰিয়াম নামেৰে তেওঁৰ প্ৰেমিকা হিচাপে লবেঞ্চৰ কুলী বন্ধুৱা দেউতাকে মিঃ মোৰেল নামেৰে উপন্যাসখনত স্থান পাইছে। পিছত লবেঞ্চে দুখ প্ৰকাশ কৰিছিল যে, দেউতাকক বেছি গুৰুত্ব নিদি বা দেউতাকৰ তেওঁৰ জীৱনত কোনো ধৰণৰ প্ৰভাৱ থকাৰ কথা উল্লেখ নকৰি তেওঁ বোধহয় মানুহজনৰ প্ৰতি অবিচাৰেই কৰিছে। কিন্তু আচৰিত কথা এয়ে যে পিছত সমালোচক সকলে 'ছনছ এণ্ড লাভাৰ্ছ'ৰ আলোচনা কৰি এনে মন্তব্য দিছিল যে লবেঞ্চে তেওঁৰ অজানিতে আৰু তেওঁ নিবিচৰাকৈয়ে উপন্যাস খনত মাকতকৈ দেউতাকৰ প্ৰভাৱেই যে তেওঁৰ জীৱনত বেছি সেই কথা কিবাকৈ ফুটাই তুলিছে।

ডি. এইচ. লবেঞ্চৰ ফ্ৰিডাৰ প্ৰতি আকৰ্ষণৰ মাই কাৰণ আছিল দুটা। তেওঁতকৈ বয়সত চাৰি বছৰ ডাঙৰ মহিলা গৰাকীৰ বয়সৰ পৰিপক্কতাৰ উপৰিও তিনিটা সন্তানৰ মাতৃ হোৱাৰ পৰিপক্কতা যোগ হৈছিল। গতিকে মাতৃপ্ৰাণ লবেঞ্চে এই ফ্ৰিডাৰ মাজতে যেন মাকৰ হেৰোৱা আশ্ৰয় পুনৰ ঘূৰাই পাইছিল। দ্বিতীয় কাৰণ আছিল ফ্ৰিডাৰ প্ৰাণোচ্ছল আকৰ্ষণ আৰু ফ্ৰিডাৰ তেওঁৰ প্ৰতি গভীৰ মুগ্ধতা।

ইয়াৰ পিছত লৰেন্সে মাকৰ প্ৰতি থকা অপৰিবৰ্তনীয় যেন লগা ভালপোৱা ফ্ৰিডালৈ পৰিবৰ্তিত কৰিছিল, সম্পূৰ্ণভাৱে। ফ্ৰিডায়ো ল'ৰা-ছোৱালী তিনিটাক এৰি থৈ লৰেন্সৰ লগত অনিশ্চিত ভৱিষ্যতৰ বুকুত দ্বিধাহীনভাৱে জঁপিয়াই পৰিছিল। তাৰপিছত দুয়ো এবছৰো অধিককাল জাৰ্মানী, অষ্ট্ৰিয়া আৰু ইটালীত বিবাহ-বিচ্ছেদৰ বাবে অহাৰ আগলৈকে অনাই বনাই ঘুৰি ফুৰিছিল। তাৰ পিছত দুয়োৰো বিয়া হৈছিল আৰু তেওঁলোকৰ জীৱনত অৱশেষত যে এটা গতি লাগিল সেই অভিজ্ঞতাৰে লৰেন্সে তেওঁৰ আত্মজীৱনীমূলক এই কবিতা সংকলনটো—'Look, we have come through' প্ৰকাশ কৰি উলিয়াইছিল। ইয়াৰ আগৰ সংকলন দুটাৰ নামো তাৎপৰ্যপূৰ্ণ —'Love poems' আৰু Amores'—।

পিছে লৰেন্স আৰু ফ্ৰিডাই যে সুখ স্বৰ্গ সহজে ঢুকি পোৱা নাছিল তেওঁলোকৰ ঝঞ্জা বিক্ষুব্ধ জীৱনেই কয়। দুয়োৰো মাজত প্ৰেম যেনেকৈ আছিল, ঘৃণা, ক্ষোভ বিতৃষ্ণাও একেবাৰে নথকাকৈ নাছিল। দুয়োৰো জীৱনত ফুল যিমান ফুলিছিল কাঁইটেও বিন্ধিছিল সমপৰিমাণে। 'Look, we have come through' খন আচলতে প্ৰেমৰ সফল পৰিসমাপ্তিকৈ তেনে সফলতাৰ ইচ্ছাৰ পৰিচায়ক বুলিহে কোনো কোনো সমালোচকে ক'ব খোজে। লৰেন্স আৰু ফ্ৰিডাৰ পলায়ন পৰ্ব নানা বাধা-বিঘিনি দুখ-দুৰ্ভোগৰ ইতিহাস। ফ্ৰিডাৰ দেউতাক বেৰণ ভন্ বিথথোফে'ন, আছিল জাৰ্মানীৰ মেট্‌ছ চহৰৰ মিলিটাৰী গৱৰ্নৰ। তেওঁৰ জীয়েকে স্বামী আৰু সন্তান ত্যাগ কৰি অহা কাৰ্যত ক্ষীপ্ত হৈ ফ্ৰিডাক লৰেন্সক এৰি থৈ যাবলৈ হুকুম দিছিল। লৰেন্সইতৰ অইন-ফালেও নানা নগৰ নাগতি হৈছিল। মেট্‌জত জাৰ্মান পুলিচে লৰেন্সক ব্ৰিটিছৰ এজন বিষয়া, জাৰ্মানীলৈ গুপ্তচৰগিৰি কৰিবলৈ আহিছে এই অভিযোগত গ্ৰেপ্তাৰ কৰাৰ যো-জা কৰিছিল। হয়তো এই কাৰ্যত ফ্ৰিডাৰ দেউতাকৰো হাত আছিল। পিছে লৰেন্সইত সাৰি গৈছিল আৰু মেট্‌জ ত্যাগ কৰি নানা ঠাই ঘুৰি শেষত অষ্ট্ৰিয়াৰে গৈ ইটালী পাইছিল। তাত তেওঁলোক এপ্ৰিল মাহৰ ১৯১৩ চনলৈকে আছিল।

ইয়াৰ আগতে ১৯১২ চনত ডি. এইচ. লৰেন্সৰ দ্বিতীয় উপন্যাস The Tresspasser খন ওলাই গৈছিল কিন্তু তাৰ পৰা তেওঁ খুব কম টকা-পইছা পাইছিল। অথচ তেতিয়া লৰেন্সৰ অইন আয়ৰ পথ আৰু একোৱেই নাছিল। স্কুলৰ চাকৰিও তেওঁ বাদ দিছিল. পুৰাপুৰি লেখাৰ কামতে আত্মনিয়োগ কৰাৰ মানসেৰে এতিয়া ফ্ৰিডাৰ লগত একধৰণৰ বোহেমিয়ান জীৱন কৰিলেও বতাহ খাইতো জীয়াই থাকিব নোৱাৰি। ফ্ৰিডাই জীৱনত দাৰিদ্ৰৰ মুখামুখি হৈ পোৱা নাছিল। গতিকে লৰেন্সৰ লগত এনে দৰিদ্ৰ জীৱন-যাপন কৰি তেওঁ খুবেই কষ্ট পাইছিল। তথাপিও ফ্ৰিডাই সেই দুৰ্ভাগ্য মানি লৈছিল, লৰেন্সৰ প্ৰতি তেওঁৰ প্ৰেম আছিল ইমানেই কালজয়ী। লৰেন্সৰ দৰে মানুহ

এজনৰ লগত আন যিকোনো ছোৱালীয়ে জীৱন কটোৱা টান হ'লহেঁতেন—লৰেঞ্চ আছিল এক ধৰণৰ অস্বাভাৱিক আৰু অসাধাৰণ মানুহ, পৃথিৱীৰ আন বহুতো তেনে বোহেমিয়ান মানসিকতাৰ শ্ৰেষ্ঠ শিল্পী সাহিত্যিকৰে এক প্ৰতিভূ। কিন্তু ফ্ৰিডাই সকলো দুখ-কষ্ট, অসুবিধা-আহুকাল সহি লৰেঞ্চৰ জীৱনৰ শেষ মুহূৰ্তলৈ তেওঁৰ প্ৰতি অপৰিৱৰ্তনীয় প্ৰেম আৰু আনুগত্য লৈয়ে চলি থাকিল।

ডি এইচ লৰেঞ্চৰ লগত ফ্ৰিডাৰ ১৯১৪ চনৰ জুলাইত লণ্ডনত বিয়া হৈছিল। পিছে এই বিয়াৰ আগতেই ইটালীত ফ্ৰিডাৰ লগত থকা সময়ত লৰেঞ্চে তেওঁৰ তৃতীয় উপন্যাস 'Sons and Lovers' খন লিখিছিল। ইতিমধ্যে প্ৰথম মহাসমৰ আৰম্ভ হৈছিল যি লৰেঞ্চ আৰু ফ্ৰিডাৰ জীৱনত পুনৰ সমস্যাৰ সৃষ্টি কৰিছিল। তেওঁ বহুবাৰ যুদ্ধত যোগ দিয়াৰ চেষ্টা কৰিছিল কিন্তু নিশকতীয়া মানুহজন বাৰে বাৰে প্ৰত্যাখ্যাত হৈছিল। ইফালে ফ্ৰিডা জাৰ্মান হোৱাত আৰু তেওঁৰ সম্পৰ্কীয় ভাই বেৰণ মেনফ্ৰেড ভন ৰিখোফেনে সেই যুদ্ধৰ এক ডাঙৰ জাৰ্মান বীৰৰ সম্মান পোৱাত লৰেঞ্চহঁতক কেবা ঠাইতো জাৰ্মান গুপ্তচৰ বুলি সন্দেহ কৰা হৈছিল। শেষত ইংলেণ্ডৰ ইঠাই-সিঠাইত ঘূৰি পকি তেওঁলোকে কৰ্নৱালৰ জেনৰ নামে এখন ঠাইত আশ্ৰয় লৈছিল। কিন্তু তাতো পুলিচ সোমাই তেওঁলোকৰ ঘৰ লণ্ড-ভণ্ড কৰি সেই ঠাই এৰি যোৱাৰচমন জাৰি কৰিছিল। কিন্তু লৰেঞ্চহঁত সঁচাকৈয়ে সম্পূৰ্ণ নিৰ্দোষ আছিল।

তথাপি এই আলৈ-আহুকালৰ মাজতো লৰেঞ্চে আত্মসমাহিত হৈ লেখিয়েই আছিল। ১৯১৪ চনত 'এ প্ৰুছিয়ান অফিচাৰ' নামৰ তেওঁৰ গল্প-সংগ্ৰহ এখন ওলাইছিল। ১৯১৫ চনত ওলাল 'দ্য ৰেইনবো' যিখন অতিশয় অশ্লীল বুলি হুলস্থুল লাগি গৈছিল। বিচাৰকেও সেই ৰায় দিলে, ফলত পুৰা সংস্কৰণটো ধ্বংস কৰি পেলোৱা হ'ল। ইয়াৰ পিছত তেওঁৰ 'টোৱাইলাইট ইন ইটালী' নামৰ ভ্ৰমণৰ কিতাপ এখন আৰু পূৰ্বোক্ত তিনিখন কবিতাৰ সংগ্ৰহ প্ৰকাশ হৈছিল।

'দ্য ৰেইনবো' লিখাৰ সময়ছোৱাতে লৰেঞ্চৰ নিজস্ব দাৰ্শনিকতাই মোটামুটি এক পূৰ্ণৰূপ পৰিগ্ৰহ কৰিছিল। তেওঁ দ্বিধাহীনভাৱে এই মত প্ৰকাশ কৰিছিল যে, মানুহৰ বুদ্ধিবৃত্তিতকৈ জন্মগত অনুভূতিহে শ্ৰেষ্ঠ। তেওঁ এই বিশ্বাস কৰিছিল যে, মানুহৰ আত্মাক হেঁচি ধৰা অন্তহীন অন্ধকাৰৰ পৰা মুক্তি পাবৰ উপায় অৰ্দ্ধচেতন মনৰ পৰা উদ্ভূত হোৱা শক্তি। লৰেঞ্চৰ নিজস্ব উক্তিকে এই প্ৰসঙ্গত উদ্ধৃত কৰি দিলোঁ : My great religion is a belief in the blood, the flesh, as being wiser than the intellect. We can go wrong in our minds. But, what our blood feels, and believes is always true.'

পিছে এনে মতবাদে তেওঁক যিবোৰ দুৰ্যোগৰ সন্মুখীন কৰাইছিল তাৰ প্ৰথম ধাক্কা

আহিছিল 'দ্য ৰেইনবো' প্ৰকাশৰ লগে লগে। এইখন কিতাপত যৌনতা একেবাৰে নগ্নৰূপত দেখুৱা হৈছিল, এনেকি মহিলাৰ সমকামিতায়ো ইয়াত স্থান পাইছিল। পিছে কিতাপখনৰ এক জান্তৱ আৰু জীৱন্ত শক্তিৰ অনিৰ্বচনীয় ৰূপৰেখা সম্পৰ্কে সমালোচকসকল অৱহিত নোহোৱাকৈও থাকিব পৰা নাছিল।

১৯১৮ চনৰ ১১ নৱেম্বৰত যুদ্ধবিৰতি চুক্তি সম্পাদনা কৰা হ'ল আৰু লৰেঞ্চ দম্পতিক অনুসৰণ কৰি থকা জাৰ্মান গুপ্তচৰৰ সন্দেহৰ ক'লা ছাঁয়াৰ পৰা তেওঁলোকে অৱশেষত মুক্ত হৈছিল। সেয়ে তেওঁলোকে পুনৰ ইংলণ্ডৰ বাহিৰলৈ গুচি গৈছিল, কাৰণ যুদ্ধৰ সময়ত ইংলণ্ডতে ঘূৰি ফুৰাৰ বাহিৰে গত্যন্তৰ নাছিল। প্ৰথমতে তেওঁলোকে নেপলছলৈ গৈছিল আৰু তাৰপিছত গৈ ১৯২০ চনৰ পৰা ১৯২২ চনলৈ চিচিলিৰ তাওৰমিনত বসবাস কৰিছিল। লৰেঞ্চৰ লেখাৰ বাহিৰে আন আয়ৰ পথ নাছিল যদিও 'দ্য ৰেইনবো'ৰ পিছত তেওঁৰ আৰ্থিক দুৰ্দশা আৰু বৃদ্ধি পাইছিল, কাৰণ প্ৰকাশকসকলে সহজে তেওঁৰ লেখা প্ৰকাশৰ বিপদ চপাই ল'ব খুজিছিল। কিন্তু তথাপিও যে তেওঁ একাগ্ৰপতীয়াকৈ লিখিয়েই গৈছিল তাৰ মূলতে আছিল তেওঁৰ একধৰণৰ বন্য মানসিক শক্তি আৰু প্ৰবল ইচ্ছাশক্তি।

লৰেঞ্চইতে একধৰণৰ 'একাকীত্ব'ৰ সন্ধানত ইংলেণ্ডৰ পৰা আঁতৰি আঁতৰি ফুৰিছিল। তেওঁ আক্ষৰিক অৰ্থতে ইংলেণ্ডৰ পৰা পলাই ফুৰিছিল আৰু তেতিয়া তেওঁৰ কেতিয়াবা কেতিয়াবা এনে ভাবো হৈছিল যে, তেওঁ যেন নিজৰ ওচৰৰ পৰাও পলাই সাৰিবৰ চেষ্টা কৰি আছে। এজন বন্ধুলৈ এই প্ৰসংগত লিখা এখন চিঠি প্ৰণিধানযোগ্য— "I wish I were going to Thibet—or Kamschatka—or Tahiti—to the ultima, ultima, ultima Thule. I feel sometimes I should go mad, because there is nowhere to go, no new world "লৰেঞ্চৰ চিঠিৰ এই কথাখিনিয়ে অইন যিহকে নহওক এটা কথা কিন্তু প্ৰতিপন্ন কৰে যে তেওঁ আত্মাৰ এক ভয়ংকৰ ব্যাধিত ভুগিছিল।

তাওৰমিনত থকা সময়তে লৰেঞ্চে 'দ্য লাষ্ট গাৰ্ল' (১৯২০), 'মুভমেণ্টছ ইন ইউৰোপীয়ান হিষ্ট্ৰি' (১৯২১), ভ্ৰমণকাহিনী 'ছি এণ্ড ছাৰ্দিনিয়া' (১৯২১), উপন্যাস 'আৰনছ ৰড' (১৯২২, ছাইকোএনালাইছিছ অৱ দ্য আনকনছাচ' (১৯২২) আৰু 'ফেণ্টাছিয়া অৱ দ্য আনকনছাছ' ১৯২২) লিখি উলিয়াইছিল। নিউইয়ৰ্কত ১৯২০ চনত গোপনে ছপা কৰি উলিওৱা তেওঁৰ 'উইমেন ইন লাভ' খন ১৯২১ চনত লণ্ডনৰ পৰা প্ৰকাশিত হৈছিল।

ইয়াৰ পিছত লৰেঞ্চ দম্পতিৰ পুনৰ ভ্ৰাম্যমাণ জীৱন আৰম্ভ হৈ গৈছিল। এইবাৰ তেওঁলোক গৈ সুদূৰ অষ্ট্ৰেলিয়াত ওলাইছিলগৈ। সেই মহাদেশৰ নিউ ছাউথ ওৱেলছৰ

থিৰুলত খিতাপি লৈ লৰেঞ্চে 'কাংগাৰু' নামৰ উপন্যাসখন (১৯২৩) লিখি উলিয়াইছিল। কিন্তু ইয়াত তেওঁৰ ভগ্ন স্বাস্থ্যৰ আৰু অৱনতি ঘটিবলৈ ধৰাত ডাক্তৰৰ এক ধৰণৰ পৰামৰ্শ মানি তেওঁলোকে নিউ মেক্সিকো চিটিলৈ অষ্ট্ৰেলিয়া ত্যাগ কৰি গুচি গৈছিল। নিউ মেক্সিকোৱে তেওঁক আকৰ্ষণ কৰাৰ আন এক আধ্যাত্মিক কাৰণো আছিল। তেওঁ তেতিয়া নিজকে কৃষি শতিকাৰ যান্ত্ৰিক সভ্যতাৰ পংকিলতাৰ পৰা মানুহৰ আত্মাৰ উত্তৰণ ঘটোৱা এক মহাপুৰুষ আৰু নেতা বুলি ভাবিবলৈ আৰম্ভ কৰিছিল। তেওঁ মেক্সিকোৰ হেৰাই যোৱা 'আদিম যাদু শক্তি' আৰু 'অন্ধকাৰৰ দেৱতা'ৰ প্ৰতি যি আকুতি দেখুৱাইছিল বা ৰেড ইণ্ডিনিয়ান সকলৰ দ্বাৰাই এই পচা, উৱলি যোৱা সভ্যতাৰ পৰিশোধিত হ'ব বুলি যি ধাৰণা মনত পোষণ কৰিছিল—সি তেওঁৰ বিশ্বাসৰ এক চুড়ান্ত নিদৰ্শন আৰু বলিয়ালিৰো প্ৰকাশ বুলি ক'ব পাৰে। তেওঁ মনতে এই আশাও পোষণ কৰিছিল যে এনে ধৰণৰ বিশ্বাসৰ দ্বাৰা উদ্বুদ্ধ এদল সাহিত্যিক, দাৰ্শনিক, শিল্পী আৰু কৰ্মীক গোট খুৱাই পৃথিৱীক আধুনিক সভ্যতাৰ কৰাল গ্ৰাসৰ পৰা উদ্ধাৰ কৰাৰ কামত ব্ৰতী হ'ব।

কিন্তু ডি এইচ. লৰেঞ্চৰ এই স্বপ্ন পূৰ্ণ নহ'ল। ১৯২৫ চনত নিউ মেক্সিকোত তেওঁ পুনৰ খুব বেয়াকৈ যক্ষ্মাৰোগত আক্ৰান্ত হ'ল। তেতিয়া তেওঁৰ চল্লিছ বছৰো হোৱা নাছিল, কিন্তু লৰেঞ্চে জানিছিল যে তেওঁৰ মৃত্যু আসন্ন। কিন্তু শাৰীৰিক যন্ত্ৰণাৰ উৰ্দ্ধলৈ সদায় নিজকে উত্তৰণ ঘটোৱা লৰেঞ্চে এই সময়তে তেওঁৰ প্ৰতিভাৰ পূৰ্ণ স্বাক্ষৰ বহন কৰা 'দ্য প্লামড ছাৰ্পেণ্ট' আৰু 'মৰ্ণিংছ ইন, মেক্সিকো' নামৰ কিতাপ দুখন লেখিছিল।

লৰেঞ্চে এনেকৈ একাণপতীয়া সাধনাত লাগি থাকিব পৰাৰ গুৰিতে আছিল কিন্তু ফ্ৰিডাৰ অচল অটল সমৰ্থন আৰু সহায়, যাক ফ্ৰিডাই নানা দুখ-কষ্টৰ শাৰীৰিক, মানসিক সকলো—মাজতো নিৰৱচ্ছিন্নভাৱে আৰু বজ্ৰকঠোৰ আনুগত্যৰে আগবঢ়ায়ে থাকিছিল। আগতেই উল্লেখ কৰি আহিছোঁ যে তেওঁলোকৰ দাম্পত্য জীৱনত গোলাপৰ সৌন্দৰ্য আৰু সুবাসেই নাছিল, আছিল অজস্ৰ কঁাইটৰ বক্ত নিগৰা দংশন। দুয়োৰো মাজে মাজে ভয়ংকৰ কাজিয়া লাগিছিল। মাৰ-পিট পৰ্যন্তও হৈছিল। ডি এইচ. লৰেঞ্চ কেতিয়াবা খঙত উন্মাদ প্ৰায় হৈ উঠিছিল, বিশেষকৈ একো একোটা কাজিয়াৰ মুহূৰ্তত ফ্ৰিডাই যেতিয়া তেওঁৰ সন্তান কেইটাক ত্যাগ কৰি অহাৰ বাবে অনুশোচনা প্ৰকাশ কৰিছিল তেতিয়া লৰেঞ্চো ফ্ৰিডাক বিয়া কৰোৱাৰ অনুশোচনাত দগ্ধ হৈ থাকিছিল। তদুপৰি ফ্ৰিডাই তেওঁক কোনো সন্তান উপহাৰ দিব নোৱাৰিলে লৰেঞ্চৰ সিয়ো এক ক্ষোভৰ কাৰণ আছিল। কিন্তু সংসাৰ মন্থনৰ পৰা এই হলাহল পান কৰিও পৃথিৱীৰ এইহাল আশ্চৰ্য প্ৰেমিক-প্ৰেমিকাই এনে অমৃতো পান কৰিছিল

যি বহুতৰ বাবেই অসম্ভৱ। ক্ৰিডাই লৰেন্সৰ খঙাল স্বভাৱটোক মানি লৈ নিজ সন্তানৰ দৰেই তেওঁক নিচুকনি দিবৰ চেষ্টা কৰিছিল আৰু লৰেন্স মানুহটোক মৰমেৰে ডুবাই ৰখাৰ লগতে তেওঁৰ ভিতৰত শিল্পীসত্তাটোকে সদায় উদ্‌গনি দি থাকিছিল। সামাজিকভাৱে ছাৰ্বাট লৰেন্স আৰু ক্ৰিড' আকাশ-পাতাল ব্যৱধানৰ মানুহ আছিল— ক্ৰিডা অভিজাত আৰু সংস্কৃত মনৰ, লৰেন্স হ'ল উদাস আৰু বন্য।

তেওঁৰ সাহিত্যিক জীৱনৰ ভালেখিনি কৰ্মৰে অনুপ্ৰেৰণা আৰু সাহায্য আহিছিল জেছি চেম্বাৰ্ছকে ধৰি নানা তিৰোতাৰ পৰা। বহুতো তিৰোতাই তেওঁৰ ওপৰত আধিপত্য বিস্তাৰ কৰিবলৈও চেষ্টা কৰিছিল, কিন্তু লৰেন্সৰ জীৱনলৈ প্ৰকৃত অৰ্থত এগৰাকী নাৰীয়ে আহিছিল, মৃত্যুৰ দিনলৈকে সেই নাৰীয়েই আছিল তেওঁৰ ধ্যান,জ্ঞান, উষ্মা, প্ৰয়োজন সকলো। সেই নাৰী হ'ল ক্ৰিডা লৰেন্স।

১৯২৫ চনৰ ছেপ্টেম্বৰৰ দিনা, লৰেন্সৰ চল্লিশ বছৰীয়া জন্মদিনৰ পাছত তেওঁৰ ভগ্ন স্বাস্থ্যৰ উন্নতি হোৱাৰ আশাত লৰেন্স দম্পতিয়ে পুনৰ উভতি অহাৰ হেঁপাহ বুকুত বান্ধি আমেৰিকা এৰি জেনোৱা ফোৰেন্স, ছুইজাৰলেণ্ড, অষ্ট্ৰিয়া, জাৰ্মেনী আদিত ঘূৰিপকি শেষত ফ্ৰান্স ওলাইছিলগৈ। পিছে আমেৰিকালৈ উভতি যোৱাৰ আশা আৰু পূৰ্ণ নহ'ল। তাৰ আগতে লৰেন্সৰ মৃত্যু হৈছিল।

সি যি নহওক, এই সময়ছোৱাতে লৰেন্সে তেওঁৰ জীৱনৰ কিছু অনিৰ্বচনীয় গদ্য আৰু উন্মাভৰা কবিতা লেখিছিল। 'লেডী চেটাৰ্লিজ লাভাৰ'খনো তেওঁ এই সময়তে লিখিছিল। এই উপন্যাস খনত পাশৱ যৌনতা আৰু প্ৰেমৰ মধুৰ কোমলতা—দুয়োটা দিশেই অতিশয় দক্ষতাৰে ফুটাই তুলিবলৈ লৰেন্স সক্ষম হৈছিল। সেই সময়ৰ কোনো কিতাপেই 'লেডী চেটাৰ্লিজ লাভাৰ'ৰ দৰে এনে প্ৰতিবাদৰ ঢৌ তুলিব পৰা নাছিল। কিতাপখন লগে লগে বাজেয়াপ্ত কৰি পেলোৱা হৈছিল। ৰেবেকা ওৱেষ্টৰ দৰে লেখিকাই কিন্তু সমাজৰ এই উন্মাভৰা প্ৰতিক্ৰিয়াত আশ্চৰ্য প্ৰকাশ কৰি এনেধৰণে লেখিছিল—এইটো বৰ আচৰিত কথা যে যি ক্ৰিয়াই মানৱ প্ৰজাতিৰ যুগ যুগ ধৰি অস্তিত্ব বজাই ৰাখিছে আৰু য'ত মানুহৰ হৃদয় বৃত্তিৰ কোমলতাও প্ৰকাশ পাইছে, তাক লেখাৰ ভাষাৰে প্ৰকাশ কৰিলে বা উচ্চাৰিত কৰিলে সমাজ লজ্জাত অধোবদন হয় আৰু কুৎসিৎ হাঁহিত মুখৰিত হৈ উঠে।

'লেডী চেটাৰ্লিজ লাভাৰ'ৰ প্ৰভাৱ আছিল অপৰিসীম। ইমানদিনে কোনো লেখকে যৌনতাক প্ৰতীক কৰি লেখিবলৈ গৈ সেই ৰণত জিকা নাছিল। যৌনতাক সাহিত্যত গ্ৰহণযোগ্য কৰাৰ যুঁজখনৰ জয় হৈছিল ১৯২৮ চনতহে, অৰ্থাৎ 'লেডী চেটাৰ্লিজ লাভাৰ'খন ওলোৱাৰ পিছত। এইখন পিছত লৰেন্সে এপোকেলিপ্সে বুলি আৰু এখন আধিভৌতিক উপন্যাস লেখিছিল।

১৯২৯ চনত ইয়াৰ পিছত ডি. এইচ. লৰেঞ্চ আৰু দুই বছৰ জীয়াই আছিল। কিন্তু তাৰ আগতে 'পেনছিজ' বুলি তেওঁৰ আৰু এখন কাব্যগ্ৰন্থ প্ৰকাশিত হৈছিল যিখনে অশ্লীলতাৰ অভিযোগত নিষিদ্ধ হৈছিল। ১৯২৮ চনত লণ্ডনৰ ওৱাৰেন গেলাৰীত তেওঁৰ পেইণ্টিংবোৰৰো এখন প্ৰদৰ্শনী পতা হৈছিল। পুলিচে সেইবোৰ এফলীয়া কৰি থ'লেও প্ৰদৰ্শনী চলি আছিল।

ইয়াৰ পিছত তেওঁৰ স্বাস্থ্যৰ দ্রুত অৱনতি ঘটিছিল আৰু ফ্ৰাঞ্চৰ ভেঞ্চ নামৰ ঠাই এখনৰ স্বাস্থ্যনিবাস এটাত ১৯৩০ চনৰ ২ মাৰ্চত লৰেঞ্চৰ মৃত্যু হৈছিল। লৰেঞ্চৰ এজন কৃষক বন্ধুৱে তেওঁৰ কবৰৰ শিলচটাৰ ওপৰত এটা ফিনিক্স চৰাই খোদিত কৰি দিছিল —যি ফিনিক্স চিতাভস্মৰ পৰা পুনৰ জীয়াই উঠে।

ডি. এইচ লৰেঞ্চৰ বহুতো জীৱনাৰ ভিতৰত ফ্ৰিডা লৰেঞ্চে লিখা জীৱনীখনৰ নামটো অৰ্থবহ—Not I, but the wind' ফ্ৰিডাই সেই জীৱনীত ইয়াকে প্ৰতিপন্ন কৰিব বিচাৰিছিল যে লৰেঞ্চৰ কৃতী আৰু সফলতাৰ গুৰিতে বহুতে কোৱাৰ দৰে তেওঁৰ অৱদান একো বৃহৎ নহয়, আচলতে লৰেঞ্চৰ নিজৰ স্বাভাৱিক প্ৰতিভা আৰু তাৰ কষ্টসাধ্য অনুশীলনেহে তেওঁক অসাধাৰণ লেখক কৰি গঢ়ি তুলি ছিল।

———